# BURANJIBODH.

## ( LESSONS ON HISTORY OF ASSAM )


**Rai Saheb Padmanath Gohain Barooah M R A S**
**Special Literary Pensioner**



FIFTH EDITION—1929


# বুৰঞ্জীবোধ।

## ( অসম-বুৰঞ্জীমূলক পাঠমালা ) ।


সাহিত্যিক পেঞ্চনাৰ,
শ্ৰীযুত পদ্মনাথ গোহাঞি-বৰুৱা, এম, আৰ, এ, এচ,
প্ৰণীত।



পঞ্চম তাঙৰণ, ১৮৫০ শক।

বেচ, ৸০ তিনি সিকি।



সাহিত্যিক পেঞ্চনাৰ শ্ৰীযুত পদ্মনাথ গোহাঞি বৰুৱা।

( ১৯ বছৰীয়া বয়সত )।

# প্ৰথমবাৰৰ পাতনি।

এই লিখকৰ "অসমৰ বুৰঞ্জী" অসম উপত্যকা বিভাগৰ পঢ়াশালি বিলাকত পাঠ্যৰূপে চলি আছে। পিচে, অসমৰ স্কুল-ইন্‌স্পেক্টৰ মিচ্ গেবেট্ মহোদয়াৰ পৰামৰ্শ আৰু অনুৰোধ অনুসৰি, এই "বুৰঞ্জীবোধ" লিখিবলৈ হাতত লোৱা হয়। ইয়াক ছোৱালীৰ পাঠোপযোগীকৈ চমু কৰিবৰ উদ্দেশে, ডাঙৰ খনৰ বাহুল্য কথা ইয়াত চপাই ধৰা হৈছে; কিন্তু লাগতিয়াল কথা এৰা পৰা নাই, বৰঞ্চ ছেগ বুজি ছোৱালীৰ মনত-লগা কথাৰ বৰ্ণনা বহলাই হে দিয়া হৈছে। সৰু সৰু লৰা-ছোৱালীয়ে সহজে বুজিব পৰাকৈ এই পুথিৰ বিষয় আৰু ভাষা পাৰ্য্যমানে পোন আৰু উজু কৰি দিয়া হৈছে। এতিয়া, ই শিক্ষাবিভাগীয় কৰ্ত্তৃপক্ষৰপৰা সহানুভূতি টানিব পাৰে যদি, আগলৈ ইয়াৰ বহুল উন্নতি সাধিবলৈ বাঞ্ছা থাকিল। ইতি।

তেজপুৰ, অসম।
১ আহাৰ, ১৮৪০ শক।

লিখক;
শ্ৰীপদ্মনাথ গোহাঞি-বৰুৱা।

# ২য়,—৪ৰ্থ, পাতনি।

এই তিনি তাঙৰণত পুথিৰ বাজে ভিতৰে ভালেখিনি ক্ৰমোন্নতি সাধন কৰা হৈছে। ইতি

তেজপুৰ,
১৮৪৩—৪৮ শক।

গ্ৰন্থকাৰ।

# পঞ্চমবাৰৰ পাতনি।

শিশু-ছাত্ৰৰ মনোৰঞ্জনাৰ্থে এইবাৰ গদাপাণি কোঁৱৰ, মহাৰাজ ৰুদ্ৰসিংহ আৰু গ্ৰন্থকাৰৰ ছাত্ৰজীৱনৰ ছবি এই তিনটা নতুনকৈ লগাই দিয়াৰ উপৰি, কিতাপৰ আখৰ আগতকৈ ডাঙৰ কৰা হৈছে। গতিকে, পুথিৰ কলেবৰো অলপ বাঢ়িল, কিন্তু বেচ আগৰ সমানেই থাকিল। ইতি

তেজপুৰ, অসম।
১ চ'ত, ১৮৫০ শক।

গ্ৰন্থকাৰ।

# সূচীপাত।

## আদিছোৱা।

বিষয়। পিঠি।



## মাজছোৱা।



## শেহছোৱা।

# বুৰঞ্জীবোধ।

( অসম-বুৰঞ্জীমূলক পাঠমালা )

আদিছোৱা।

## ১। পাঠ।

### অতীজৰ কথা।

অতীজত অসম দেশ এতিয়াৰ নিচিনা নাছিল। অতি আগৰ দিনত এই দেশৰ দীঘ পূবে শদিয়া অঞ্চলৰ দিকৰাই নৈৰপৰা পছিমে ভাটী ৰংপুৰৰ কৰতোৱা নৈলৈকে আছিল। তেতিয়া এই সীমাৰ ভিতৰৰ দেশখন চাৰি ভাগে ভগোৱা হৈছিল। সেই চাৰি ভাগক চাইটা পীঠ বোলা হৈছিল; যেনে,—কামপীঠ, ৰত্নপীঠ, স্বৰ্ণপীঠ আৰু সৌমাৰপীঠ। কৰতোৱাৰপৰা সোণকোষ নৈলৈকে কামপীঠ, সোণকোষৰপৰা ৰূপহী নৈলৈকে ৰত্নপীঠ, ৰূপহীৰপৰা ভৈৰবী নৈলৈকে স্বৰ্ণপীঠ, আৰু ভৈৰবীৰপৰা দিকৰাই নৈলৈকে সৌমাৰপীঠ বোলা হৈছিল। আৰু, এতিয়াৰ দৰে তেতিয়া এই দেশৰ নাম 'অসম' নাছিল; ওপৰত কোৱা সীমাৰ ভিতৰৰ গোটেইখন দেশৰ নাম তেতিয়া 'কামৰূপ' আছিল। আগৰ কালত

এই দেশত হিন্দু আৰু বৌদ্ধ ধৰমী মানুহ হে আছিল; তেতিয়া ইয়াত মছলমান আৰু খ্রীষ্টান ধৰমী মানুহ নাছিল। এতিয়াৰ দৰেই তেতিয়া এই দেশৰ পৰ্ব্বতীয়া আৰু হাবিয়লীয়া অসভ্য জাতিবোৰৰ কোনো নামলগা ধৰ্ম্ম নাছিল; সিহঁতে গছ, শিল, ভুত, প্রেত, পিশাচ ইত্যাদিক পূজা কৰিছিল। পিন্ধন-উৰণতো সেই অসভ্য জাতিৰ মানুহবোৰৰ এভাগ গোটেই নাঙঠ্ আৰু এভাগ আধানাঙঠ্ আছিল।

অতি পুৰণি কালত এই দেশত দানৱ আৰু অসুৰবংশী ৰজাই ৰাজত্ব কৰিছিল। সিবিলাকৰ বিষয়ে বহুল বিবৰণ পাবলৈ নাই। কিয়নো, তেতিয়া বুৰঞ্জী লিখাৰ নিয়ম চলা নাছিল। সেই কাৰণে, এতিয়া পুৰণি পুথিত সিবিলাকৰ নাম মাথোন পোৱা যায়।

**মহীৰঙ্গ।**—তেওঁ এজন দানৱবংশী ৰজা আছিল। তেওঁক এই দেশৰ আদি-ৰজা বুলিব পাৰি। কিয়নো, তেওঁৰ আগেয়ে হোৱা এই দেশৰ ৰজাৰ নাম এতিয়ালৈকে ওলোৱা নাই। মহীৰঙ্গৰ পাচত, তেওঁৰ পো-নাতিসকলে ভালেমান বছৰ এই দেশত ৰাজপাট খাইছিল। সিবিলাকৰ ভিতৰত হত্তকাসুৰ, সম্বৰাসুৰ আৰু ৰত্নাসুৰ এই কেইজনৰ নাম পুথিত পোৱা যায়।

**নৰকাসুৰ।**—তেওঁ এজন অসুৰবংশী প্ৰতাপী ৰজা আছিল। তেওঁ আগেয়ে বিদেহ দেশৰ অধিপতি জনক নামে ৰজাৰ ঘৰত পোহপাল হৈ আছিল। এতিয়াৰ উত্তৰ-বিহাৰেই সেই বিদেহ দেশ। তাৰপৰা আহি হে নৰকাসুৰ এই দেশত ৰজা হয়। তেওঁ ইয়াত ৰজা হৈয়ে কামপীঠত এখন বিতোপন ৰাজধানী

পাতিলে। তাৰ নাম প্ৰাগ্‌জ্যোতিষ্‌পুৰ আছিল। এতিয়া তাৰ নাম গুৱাহাটী হৈছে। নৰকাসুৰ বৰ প্ৰতাপী ৰজা আছিল। তেওঁ নিজ ক্ষমতাৰে সৈতে ভালেমান অসাধ্য কাম সাধিছিল। আৰু, পাচলৈ তেওঁ কাকো গণিতা নকৰা হৈ উঠিছিল। পিচে, দ্বাৰকাৰ যাদৱ কোৱঁৰ শ্ৰীকৃষ্ণই নৰকাসুৰৰ সেই গগুপ্‌ ভাঙিবৰ মনেৰে এই দেশ আক্ৰমণ কৰেহি। সেই আপাহতে, শ্ৰীকৃষ্ণ আৰু নৰকাসুৰৰ মাজত এখন বৰ ডাঙৰ ৰণ লাগিছিল। ৰণত শ্ৰীকৃষ্ণই নৰকাসুৰক হৰুৱাই বধ কৰি তেওঁৰ ঠাইত তেওঁৰ বৰপুতেক ভগদত্তক ৰজা পাতি থৈ স্বদেশলৈ উলটি গল।

**ভগদত্ত।**—তেওঁ এজন ডাঙৰ ৰজা আছিল, আৰু ভালেমান সৎকৰ্ম্ম কৰি প্ৰখ্যাত হৈ উঠিছিল। তেওঁ প্ৰজাক বৰ মৰমেৰে পালন কৰিছিল। সেই কাৰণে, প্ৰজাবিলাকেও তেওঁক বৰ প্ৰীতি-ভক্তি কৰিছিল। কুৰুক্ষেত্ৰৰ ৰণত ভগদত্তই এক অক্ষৌহিণী সেনাৰে সৈতে কৌৰৱক সহায় কৰিছিলগৈ। সেই ৰণতে তেওঁৰ মৰণ মিলিল। তেওঁৰ পাচত, কামৰূপত তেওঁৰ ভায়েক বজ্ৰদত্ত ৰজা হয়। তেওঁৰ পাচতো এই দেশত নৰকাসুৰৰ বংশৰ ভালেমান ৰজাই সুখ্যাতিৰে সৈতে ৰাজত্ব কৰিছিল।

**ভীষ্মক।**—নৰকাসুৰৰ সমনীয়া এজন ৰজাই একেসময়তে এই দেশৰ পূব ভাগত বিদৰ্ভ ৰাজ্যত ৰাজত্ব কৰিছিল। তেওঁৰ নাম ভীষ্মক ৰজা। এতিয়াৰ শদিয়া অঞ্চলেই তেতিয়াৰ বিদৰ্ভ ৰাজ্য আছিল। সেই ৰাজ্যৰ ৰাজধানীৰ নাম আছিল কুণ্ডিল-নগৰ। এতিয়া তাৰ নাম শদিয়া হৈছে। ৰুক্মিণী আৰু ৰুক্মবীৰ নামে

ভীষ্মক ৰজাৰ এটি কন্যা আৰু এটি পুত্ৰ আছিল। ৰুক্মিণী অতি ৰূপহী ছোৱালী। তেওঁ যুৱতী হোৱাৰ পাচত, পিতাক ভীষ্মক ৰজাই তেওঁৰ সয়ম্বৰ পাতিলে। কিন্তু, তাৰ আগতে শ্ৰীকৃষ্ণই ৰুক্মিণীক হৰণ কৰি গান্ধৰ্ব্ব-বিয়া কৰালেহি। সেই কথাত বিতুষ্ট হৈ ৰুক্মবীৰে শ্ৰীকৃষ্ণৰে সৈতে ৰণ পাতিলে। কিয়নো, সয়ম্বৰত ৰুক্মিণীয়ে শিশুপাল নামে আন এজন ৰজাক বৰিব বুলি তেওঁ ভাবিছিল। পিচে, শ্ৰীকৃষ্ণ ৰণত জিকিল ; আৰু তেওঁ ৰুক্মিণীক লৈ নিজৰ ৰাজ্য দ্বাৰকালৈ গুচি গল।

বাণ।—কামপীঠত যেতিয়া নৰকাসুৰৰ নাতি ৰজা আছিল; স্বৰ্ণপীঠত তেতিয়া বাণ নামে এজন ৰজা প্ৰখ্যাত হৈ উঠিছিল। তেওঁৰ ৰাজধানীৰ নাম শোণিতপুৰ আছিল। এতিয়া তাক তেজপুৰ বোলা হৈছে। বাণ ৰজাৰ বহু পুত্ৰ আৰু এটি মাথোন কন্যা আছিল। কন্যাটিৰ নাম উষা। উষাদেৱী অতি ৰূপহী আৰু গুণৱতী ছোৱালী। তেওঁ যুৱতী হলত, পিতাক বাণ ৰজাই তেওঁৰ সয়ম্বৰ পাতিবলৈ দিহা কৰিছিল ; পিচে, এনেতে সখীয়েক চিত্ৰলেখাৰ বুদ্ধি-কৌশলত শ্ৰীকৃষ্ণৰ নাতি অনিৰুদ্ধ কুমাৰৰে সৈতে উষাদেৱীৰ গান্ধৰ্ব্ব-বিয়া হল। সেই কথাত ৰুষ্ট হৈ, বাণ ৰজাই অনিৰুদ্ধ কুমাৰক বন্দী কৰে, আৰু সেই আপাহতে শ্ৰীকৃষ্ণৰে সৈতে তেওঁ এখন ভয়ামহা ৰণ পাতে। ৰণত বাণ-ৰজা ঘাটিল, আৰু অলেখ মানুহ পৰিল। এনে কি, মানুহৰ তেজেৰে নৈ বৈ গৈছিল ; সেই কাৰণে, উষা-নগৰক শোণিতপুৰ বোলা হৈছিল। এতিয়া, সেই একে অৰ্থতে, তাৰ নাম তেজপুৰ হৈছে ; আৰু এতিয়া য'ত

তেজপুৰ-কাছাৰিঘৰ ৰহিছে, সেই ভেঁটিতে উষাদেবীৰ অন্তঃপুৰ আছিল।

মুঠি-কথা।—আগৰ দিনত অসম দেশৰ দীঘ শদিয়াৰপৰা ভাটী ৰংপুৰলৈকে আছিল। তেতিয়া সেই গোটেইখন দেশকে কামৰূপ বোলা হৈছিল। অতীজত এই দেশত দানৱ আৰু অসুৰবংশী ৰজা আছিল। সিবিলাকৰ ভিতৰত মহীৰঙ্গ দানৱ, নৰকাসুৰ, ভগদত্ত, ভীষ্মক-ৰজা আৰু বাণ-ৰজা এই কেইজন প্ৰধান আৰু প্ৰখ্যাত। ভীষ্মক ৰজাৰ জীয়াৰী ৰুক্মিণী দেবীক দ্বাৰকাৰ শ্ৰীকৃষ্ণই হৰি নি গান্ধৰ্ব্ব-বিয়া কৰায়। বাণ ৰজাৰ জীয়াৰী উষাদেবী। তেওঁৰ সখীয়া চিত্ৰলেখা। চিত্ৰলেখাই বৰ্ণনা শুনি স্বৰূপ চিত্ৰ আঁকিব পাৰিছিল। তেওঁ আঁকা চিত্ৰ চায়েই উষাদেবীয়ে অনিৰুদ্ধ কোঁৱৰক নিজৰ মনতে স্বামী-বৰণ কৰে। তাৰ পাচত, সিবিলাকৰ গান্ধৰ্ব্ব-বিয়া হয়।

---

## ২। পাঠ।

—০—

## আৰিমত্ত ৰজাৰ কথা।

দানৱ আৰু অসুৰ বংশৰ পাচত, এই দেশত আন কেইবাটাও বংশৰ ৰজা হৈছিল। সেইবিলাকৰ ভিতৰত দেবেশ্বৰ, নৰশঙ্কৰ, সঙ্কল, কুমাৰ ভাস্কৰ বৰ্ম্মা এই কেইজন ৰজা প্ৰধান আৰু প্ৰখ্যাত।

দেৱেশ্বৰ এজন শূদ্ৰ ৰজা। নৰশঙ্কৰ লোহিত্যপুৰৰ ৰজা আছিল। তেজপুৰৰ বিশ্বনাথৰ ওচৰত প্ৰতাপগড় নামে ঠাইত যি নাগশঙ্কৰ দেৱালয় আছে, সেই দেৱালয় নৰশঙ্কৰেই সজাইছিল। তেওঁ দান কৰা দেৱোত্তৰ মাটি নাগশঙ্কৰ দেৱালয়ৰ নামে এতিয়াও আছে। সকল ৰজা এই দেশৰ আদিবাসী লোক আছিল। তেওঁ নিজ বাহুবলেৰে নানা ফালে দেশ জয় কৰি ফুৰিছিল। ভাস্কৰ বৰ্ম্মা কুমাৰ-বংশী ৰজা। তেওঁৰ দিনতে হিয়ণচাং নামে চীন দেশৰ প্ৰখ্যাত পৰিব্ৰাজক এজন এই দেশলৈ আহিছিল।

**ৰামচন্দ্ৰ।**—তাৰ পাচত, এই দেশত জীতাৰি বংশৰ ধৰ্ম্ম-পাল নামে এজন ৰজা হয়। তেওঁ জাতত ক্ষত্ৰিয় আছিল। তেওঁ ৰজা হৈয়ে পছিমৰপৰা কেইঘৰমান বামুণ আনি এই দেশত পাতিলে। এই দেশলৈ বামুণ অহাৰ সেয়ে সূত্ৰপাত। ধৰ্ম্মপালৰ পাচত আৰু ভালেমান ৰজা হৈ গল। তাৰ পাচত, সেই বংশৰে ৰামচন্দ্ৰ নামে এজন ৰজা প্ৰখ্যাত হৈ উঠিল। তেওঁৰ আন এটা নাম প্ৰতাপচন্দ্ৰ। আৰু, তেওঁৰ সেই নাম অনুসাৰেই বিশ্বনাথৰ অন্তৰ্গত প্ৰতাপগড়ৰ নাম হৈছে। তেওঁৰ ৰাজ্য লুইত আৰু ব্ৰহ্মপুত্ৰৰ মাজৰ মাজুলীলৈকে বাঢ়িছিল। মাজুলীত ৰত্নপুৰ নামে তেওঁৰ ৰাজধানী আছিল। প্ৰখ্যাত আৰিমত্ত ৰজা সেই ৰামচন্দ্ৰ ৰজাৰে পুতেক।

**আৰিমত্ত।**—এওঁৰ কাহিনীত ভালেমান আচৰিত কথা আছে। এসময়ত ৰামচন্দ্ৰই ৰাজযজ্ঞ পাতি নিজৰ মহিষীক ব্ৰহ্ম-পুত্ৰত উছৰ্গা কৰি ভুৰত তুলি উটুৱাই দিছিল। তেতিয়া ৰাণী

গৰ্ভৱতী আছিল। কালত ৰাণীৰ এটি লৰা হয়। লৰাটি আৰিমূৰীয়া আছিল। গতিকে, তেওঁৰ নাম আৰিমত্ত ৰখা হয়।

উত্তৰপাৰে উজনিত ৰামচন্দ্ৰ ৰজা হৈ থাকোতেই, দক্ষিণপাৰে নামনিত আৰিমত্ত ৰজা হয়। কালত আৰিমত্ত এজন প্ৰতাপী ৰজা হৈ উঠিল। তেওঁ চাৰিওফালে দেশ জয় কৰি ফুৰি ফুৰি, অৱশেষত ৰামচন্দ্ৰৰ ৰাজ্য আক্ৰমণ কৰিলেগৈ। সেই আপাহতে, দুই ৰজাৰ মাজত এখন ৰণ লাগিল। ৰণত ৰামচন্দ্ৰ হাৰিল, আৰু আৰিমত্তই তেওঁক নিজ হাতে বধ কৰিলে। তেতিয়ালৈকে ৰামচন্দ্ৰৰ আঁতি-গুৰিৰ কথা আৰিমত্তই একো জনা নাছিল। পিচে, যেতিয়া তেওঁ মাকৰ মুখে সমুদায় বৃত্তান্ত শুনিলে, তেতিয়া আৰিমত্ত শোকত বিহ্বল হল, আৰু তেওঁ পিতৃবধ-পাপ খণ্ডাবৰ অৰ্থে যাগ-যজ্ঞ পাতি দান-দক্ষিণাদি দিয়াৰ দিহা কৰিলে। কিন্তু, সেই দান-দক্ষিণা কেৱে গ্ৰহণ নকৰিলে। শেহান্তৰত তেওঁ সেই দান-বস্তুবোৰ নৈত অৰ্পণ কৰিলে। এনে প্ৰবাদ আছে যে, নৈয়েও হেনো সেই পাপৰ দান-দক্ষিণা গ্ৰহণ নকৰি চৌৰ কোৰত পাৰলৈ দলিয়াই পেলালে, আৰু কোনো কোনো নৈয়ে দলিয়াই পেলাব নোৱাৰি নিজৰ গতিকে সলালে; শিৱসাগৰৰ মৰিদিখৌ বোলে তাৰে এটা প্ৰমাণ হৈ আছে। অন্তত, তেওঁ হতাশ হৈ ৰাজভোগ এৰি ব্ৰহ্মপুত্ৰৰ দাঁতিত তপস্যা কৰিবলৈ ধৰিলে। আৰু, তাতে ঘটনাক্ৰমে নিজৰ পুতেক জোঙালৰ হাতত তেওঁৰ মৰণ মিলিল।

ৰত্নসিংহ আৰু জোঙাল-বলহু নামে আৰিমত্ত ৰজাৰ দুজন পুতেক আছিল। ৰজা ভাগিবৰ সময়ত আৰিমত্তই তেওঁৰ ৰাজ্য

দুই পুতেকৰ মাজত ভগাই দি যায়। তেওঁৰ দিহা মতেই তেওঁৰ ৰাজ্যৰ পছিম ভাগত ৰত্নসিংহ আৰু পূব ভাগত জোঙ্গাল-বলহু ৰজা হয়। কিন্তু, অলপ দিন মাথোন ৰজা হোৱাৰ পাচত, দুয়োজন অকালতে ঢুকাল। আৰু, সিবিলাকৰ লগতে জীতাৰি বংশী ৰজাৰ ৰাজত্ব অন্ত পৰিল।

**মুঠি-কথা।**—দানৱ আৰু অসুৰবংশী ৰজাৰ পাচত এই দেশত যিবিলাক ৰজা হৈছিল, সিবিলাকৰ ভিতৰত নৰশঙ্কৰ, সঙ্কল, ভাস্কৰবৰ্ম্মা, ৰামচন্দ্ৰ, আৰিমত্ত এই সকলেই প্ৰধান আৰু প্ৰখ্যাত আছিল। আৰিমত্ত ৰজাৰ কাহিনী ভালেমান আচৰিত ঘটনাৰে সৈতে পূৰ্ণ। পিতৃবধ-পাপৰ যে পৰাচিত নাই, আৰিমত্ত ৰজাই তাৰ জ্বলি থকা পটন্তৰ। তেওঁৰ বিষয়ে আগৰ দিনৰ বুঢ়া মানুহৰ মুখে বহলাই শুনিবলৈ পোৱা যায়। শিৱসাগৰৰ কুঁজীবালিৰ কিলাকুটীয়া দক্ষিণ সীমাত মৰিদিথৌৰ যি ছোৱা এবাহুঁতি আছে, সেই ছোৱাত হেনো আৰিমত্ত ৰজাই নৈক দান দিয়া সোণ-ৰূপেৰে ভৰা দুখন গুলৈয়া নাওঁ এতিয়াও পিটনীত পোত্ গৈ আছে। তাহানিতে বোলে এবাৰ নাজিৰাৰ "অসম-কোম্পানীৰ" গৰাকী চাহাবসকলে নাও কেইখনৰ টিঙ্গত শিকলি লগাই হাতীৰে সৈতে টনাই চাইছিল। পিচে, পাৰলৈ তুলিবৰ সাধ্য নহল হেনো। তেজপুৰৰ ন-দুৱাৰ অঞ্চলত পিঠাদ'ল গোটাদিয়েকেও আৰিমত্তৰ দান-যতেৰ চিন্ ৰাখিছে বুলি মানুহে কয়।

---

## ৩। পাঠ।

—:*:—

### অসমত মছলমান।

—*—

## পাল আৰু খেন বংশী ৰজা।

আৰিমত্ত ৰজাৰ বংশ লোপ পোৱাৰ পাচত, এই দেশত পালবংশী ৰজাই দুশমান বছৰ ৰাজত্ব কৰিছিল। পালবংশী ভালেমান ৰজাৰ নাম পোৱা যায়; তাৰ ভিতৰত ব্ৰহ্মপাল, ৰত্নপাল, পুৰন্দৰপাল, ইন্দ্ৰপাল, কুমাৰপাল, ধৰ্ম্মপাল এই কেইজন প্ৰধান আৰু প্ৰখ্যাত।

নীলধ্বজ।—পালবংশী ৰজাৰ পাচত, এই দেশত খেনবংশী ৰজা হয়। নীলধ্বজ এই বংশৰ আদি-ৰজা। তেওঁ মেছ জাতৰ এটা টোকোনা মানুহৰ লৰা। সৰুতে তেওঁৰ নাম কান্তনাথ আছিল। কান্তনাথৰ বাপেকৰ নাম ভক্তেশ্বৰ, আৰু মাকৰ নাম অঞ্জনা। কান্তনাথৰ নিচেই লৰাকালতে বাপেক ঢুকাল। গতিকে, তেওঁৰ দুখ আগতকৈও বাঢ়িল। বাঁৰী মাকে তৰিবৰ আন উপায় নাপাই কান্তক এজন বামুণৰ ঘৰত গৰখীয়া দিলেগৈ। কান্তনাথ বৰ সুলক্ষণীয়া, বুদ্ধিয়ক আৰু সজ চৰিত্ৰৰ লৰা আছিল। তেওঁ সেই গৰখীয়া অৱস্থাৰপৰা নিজৰ বুদ্ধি, চৰিত্ৰ আৰু ভাগ্যৰ বলত ক্ৰমাৎ উন্নতি কৰিবলৈ ধৰিলে; আৰু কালত তেওঁ এই দেশৰ ৰজা হৈ

উঠিল। কান্তনাথে ৰজা হৈয়ে নীলধ্বজ নাম ললে, আৰু য'ৰ ঘৰত তেওঁ গৰখীয়া আছিল, সেই বামুণক মন্ত্ৰী পাতিলে। তাৰ পাচত, নীলধ্বজ ৰজাই প্ৰাগ্‌জ্যোতিষ্‌পুৰৰপৰা ৰাজধানী তুলি নি কমতাপুৰত পাতিলেগৈ। সেই আপাহতে তেওঁক কমতেশ্বৰ নামেও জনা যায়। নীলধ্বজ ৰজাৰ আমোলতে এই দেশলৈ পোন্‌-প্ৰথমে মছলমান আহে। আৰু, তেওঁৰ দিনতে অগা-পিচাকৈ তিনিবাৰ মছলমানে এই দেশ আক্ৰমণ কৰেহি।

**মছলমানৰ প্ৰথম আক্ৰমণ।**—খ্ৰীঃ ১২০৪ চনত দিল্লীৰ সম্ৰাট মহম্মদ গোৰীয়ে কামৰূপ আক্ৰমণ কৰিবলৈ বক্তিয়াৰ খিলিজিক পঠিয়ায়। বক্তিয়াৰ খিলিজি তেতিয়া বঙ্গদেশৰ চুবাদাৰ আছিল। তেওঁ সেই উদ্দেশে দহ দিন উজাই আহি যেতিয়া কামৰূপৰ পৰ্ব্বতৰ ঠেকত সোমালহি, তেতিয়া নীলধ্বজ ৰজাৰ সৈন্যে তাতে তেওঁক বেৰি ধৰিলেগৈ। তাতে দুয়োপক্ষৰ মাজত এখন ৰণ লাগিল। বক্তিয়াৰ ৰণত ঘাটি পলাই সাৰিল; কিন্তু তেওঁৰ সৈন্যবিলাকৰ এভাগ বন্দী হৈ ৰল। সিবিলাকৰপৰাই এই দেশত মছলমান বসতিৰ আৰম্ভ হয়। আৰু, মহম্মদ গোৰীৰ মানুহ কাৰণে, সিবিলাকক "গোৰীয়া" বোলা হয়।

**মছলমানৰ দ্বিতীয় আক্ৰমণ।**—বক্তিয়াৰ খিলিজি মৰাৰ পাচত, গিয়াছুদ্দিনক বঙ্গদেশৰ চুবাদাৰ পতা হয়। তেওঁ ১২২৮ খ্ৰীষ্টাব্দত এই দেশ দ্বিতীয়বাৰ আক্ৰমণ কৰেহি।

এই আক্রমণত তেওঁ নীলধ্বজ ৰজাৰ ৰাজ্যৰ এছোৱা দখল কৰি তাৰপৰা ৰাজহ আদায় কৰিছিল।

**মছুলমানৰ তৃতীয় আক্রমণ।**—গিয়াছুদ্দিনৰ পাচত, ইখ্‌টীয়াউদ্দিন মল্লিক যুজবেক নামে আন এজন বঙ্গদেশৰ চুবাদাৰে ১২৫৭ খ্রীষ্টাব্দত এই দেশ আক্রমণ কৰেহি। তেতিয়া খৰালি। বতৰৰ সুচল পাই প্রথম হেঁচাত তেওঁ প্রাগ্‌জ্যোতিষ্‌-পুৰ দখল কৰি ৰহিছিল। কিন্তু, যেতিয়া বাৰিষা পৰিল, তেতিয়া মছলমান সেনাক নানা তৰহৰ অসুবিধাই বেৰি ধৰিলে। সেই ছেগতে নীলধ্বজ ৰজাৰ সৈন্যবিলাকেও উলটি সিবিলাকক হেঁচি ধৰিলেহি। এনে অৱস্থাত সৈন্য-সমলৰে সৈতে মল্লিক কামৰূপৰ সেনাপতিৰ হাতত বন্দী হল, আৰু কিছুমান দিনৰ পাচত তাতে তেওঁ নৰিয়া পৰি মৰিল।

**নীলাম্বৰ।**—নীলধ্বজৰ পাচত, পুতেক দুর্লভনাৰায়ণ, তেওঁৰ পাচত তেওঁৰ পুতেক চক্রধ্বজ ৰজা হয়। চক্রধ্বজ ৰজা ঢুকালত তেওঁৰ পুতেক নীলাম্বৰ ৰাজপাটত উঠিল। নীলাম্বৰ বৰ পৰাক্রমী ৰজা আছিল। তেওঁ নিজ বিক্রমেৰে পিতাকৰ দিনৰ ৰাজ্য ভালেমানলৈকে বহলালে। আন কি, তেওঁ বঙ্গদেশৰো এছোৱা তেওঁৰ ৰাজ্যৰ ভিতৰ কৰি লৈছিল। কিন্তু, অৱশেষত তেওঁৰ দিনতে পিতৃৰাজ্য ধ্বংস হয়, আৰু মছলমানে ঠগ্‌ কৰি এই দেশ গোটেইখন তেওঁৰপৰা কাঢ়ি লয়।

**মছুলমানৰ চতুর্থ আক্রমণ।**—নীলাম্বৰ ৰজাৰ দিনতে মছলমানে চতুর্থবাৰ এই দেশ আক্রমণ কৰেহি। ইয়াৰ

গুৰি হল গৃহ-কন্দল। নীলাম্বৰ ৰজাৰ ঘাই মন্ত্ৰী শচীপাত্ৰৰ এজন পুতেক আছিল। তেওঁৰ নাম মনোহৰ। মনোহৰ বৰ ৰূপহ ডেকা আছিল। পিচে, এফেৰিমান ভিতৰুৱা কথাত তেওঁৰ ওপৰত চোভা কৰি ৰজা বিতুষ্ট হল। সেই আপাহতে, তেওঁক বধ কৰাই তেওঁৰ মাংস গোপনে ৰন্ধাই পিতাকক খুউৱা হল। পাচত, সেই কথাৰ সম্ভেদ পাই, মন্ত্ৰী শচীপাত্ৰই বৰ বেজাৰ পালে। আৰু, তাৰ প্ৰতিশোধ দিবৰ মনেৰে তেওঁ গোপনে গৌৰ দেশৰ নবাব হোচেনচাহৰ কাষ চাপিলগৈ। তাৰ পাচত, ১৪৯৮ খ্ৰীষ্টাব্দত ভালেমান মছলমান ৰণুৱাৰে সৈতে শচীপাত্ৰই নীলাম্বৰৰ ৰাজধানী কমতাপুৰ আক্ৰমণ কৰিলেহি। দুয়ো পক্ষৰ মাজত তয়াময়া ৰণ লাগিল। অন্তত, বলেৰে নোৱাৰি, মছলমান সেনাপতিয়ে ছলেৰে ৰণত জিকি নীলাম্বৰক বন্দী কৰিলে। কমতাপুৰত মছলমান অধিপতি হল।

মুঠ-কথা।—জীতাৰি বংশৰ পাচত, এই দেশত পালবংশী ৰজাই দুশ বছৰ ৰাজত্ব কৰে। তাৰ পাচত খেন বংশী ৰজা হয়। নীলধ্বজ খেন বংশৰ আদি-ৰজা। তেওঁ গৰখীয়া লৰাৰপৰা ৰজা হৈছিলগৈ। এই বংশৰ ৰজাৰ দিনতে মছলমানে পোন্-প্ৰথম চাৰিবাৰ এই দেশ আক্ৰমণ কৰেহি। প্ৰথমবাৰত যিবিলাক মছলমান ইয়াত বন্দী হৈ ৰৈছিল, সিবিলাকেই এই দেশৰ মছলমানৰ আদিপুৰুষ। সিবিলাক দিল্লীৰ সম্ৰাট মহম্মদ গোৰীৰ মানুহ; সেই আপাহতে সিবিলাকক "গোৰীয়া" বোলা হয়। আৰু কোনোৱে কয় যে,মছলমানৰ এই আদিপুৰুষসকল গৌৰদেশৰ মানুহ

কাৰণে সিবিলাকক আৰু সিবিলাকৰ নাতি-পুতিসকলক "গোৰীয়া" বোলা যায়। যি হওক, তেনে এটা কাৰণতে অসমৰ মছলমান-সকল চহা মানুহৰ মাজত অদ্যাপি "গৰীয়া" নামে খ্যাত। এই নামত কোনোৱে ওপৰুৱাকৈ চাই বেয়া আখ্যা দিব পাৰে; কিন্তু ইয়াৰ আঁতি-গুৰি বিচাৰি চালে দেখা যায় যে, ই এটা ওখখাপৰ বুৰঞ্জীমূলক নাম। অসম দেশৰ "অসম" নামৰ মূল "অহম" নামত আহোমসকলৰ যি গৌৰৱ, "গোৰীয়া" নামতো অসমৰ মছলমান-সকলৰ সেই গৌৰৱ বৈছে।

# মাজছোৱা।

১। পাঠ।

## টাই জাতিৰ কথা।

টাই জাতি বৰ্ম্মাদেশৰ ভিতৰৰ শ্যাম প্ৰদেশৰ পুবণিকলীয়া মানুহ। খ্ৰীঃ ১০০০ চনত সেই জাতিৰ খুন্‌লুং আৰু খুন্‌লাই নামে দুজন ৰাজ-কোৱঁৰ দেশ জয় কৰিবৰ উদ্দেশ্যে উত্তৰলৈ উজাই আহে। সিবিলাক দুজন ভাই-ককাই আছিল। দুয়ো উজাই আহি পাত্‌কাই পৰ্ব্বতৰ উত্তৰ-পূবে তৈয়ামত এখন ৰাজ্য পাতিলেহি। সেই ৰাজ্যৰ নাম মুংৰিমুংৰাম। তাতে ভালেমান বছৰ খুন্‌লুং ৰজা আৰু খুন্‌লাই যুবৰাজ হৈ মিলা-প্ৰীতিৰে আছিল। পিচে, কিবা কথাত সিবিলাকৰ মাজত ঘকৰা কন্দল লাগি উঠিল। সেই কথাতে ককায়েক খুন্‌লুঙ্গে খং কৰি চীন দেশলৈ গুচি যায়; আৰু তাত তেওঁ নুকীয়াকৈ এখন ৰাজ্য পাতিলেগৈ। সেই ৰাজ্যকে থেহদেশ বোলা হয়। তাৰ পাচত, ভায়েক খুন্‌লাই মুংৰিমুংৰাম ৰাজ্যতে ভালেমান বছৰ ৰজা হৈ আছিল। কিন্তু, তেওঁৰ সন্তান নাছিল। সেই কাৰণে, তেওঁ দুকালত ককায়েক খুন্‌লুঙৰ কৈদৰ কোৱঁৰ আনি মুংৰিমুংৰামত ৰজা পতা হল।

টাই জাতিৰ মানুহ বৰ বলী, সাহী আৰু বগুৰা আছিল। সিবিলাকে ৰজাক ঈশ্বৰ-যেনকৈ মানিছিল। সিবিলাকৰ ৰাজভক্তি

অতি সবল আৰু গভীৰ আছিল। ৰজাৰ হৈ ৰণ দিবলৈ সিবিলাক সদায় সাজু। সিবিলাকে কাৰ্ড়াই-ধেনু, নাকৈ-দা, ঢাল-তৰোৱাল, কাঁড়-ধেনু, যাঠী, বৰছা, বাৰু এইবোৰ অস্ত্ৰেৰে ৰণ কৰিছিল। সিবিলাকৰ ৰণ কৰাৰ নিয়ম অতি বিতোপন আছিল। সিবিলাকে একে খেপতে আটাইবিলাক ৰণুৱা ৰণত নলগাইছিল। ঠায়ে-ঠায়ে ৰণুৱা ৰখাৰ কোঁঠ আছিল। এটা কোঁঠৰ ৰণুৱাই আন কোঁঠৰ ৰণুৱাক সহায় কৰিব পৰাকৈ দিহাকৰণ হৈছিল। শত্ৰুৰ আলেখ-লেখ বুজি বতৰা দিবলৈ চোৰাংচোৱা, চৰীয়া, ৰিপুৱা এনেবিলাক কৰ্ম্মচাৰী আছিল। আৰু, ঘোঁৰাৰ ডাকেৰে ৰণৰ বাতৰি ৰজাক নিতৌ জনাই থকাৰ নিয়ম আছিল।

টাই জাতিৰ মানুহ বৌদ্ধ ধৰমী আছিল। সিবিলাকে এজন ঈশ্বৰক মাথোন মানিছিল। "অহিংসা পৰম ধৰ্ম্ম" এই বাক্য সিবিলাকৰ ধৰ্ম্মৰ মূলমন্ত্ৰ আছিল। কিন্তু, দেশ জয় কৰাৰ উদ্দেশে সিবিলাক উত্তৰলৈ উজাই আহোঁতে, সেই অঞ্চলৰ পাহাৰী প্ৰজা-বিলাকৰে সৈতে লগালগি হোৱাৰ বাবে পাচলৈ সিবিলাকৰ সেই ধৰ্ম্ম-আচৰণত ভাঁজ লাগিছিল।

টাই জাতিৰ স্বকীয়া সাহিত্য আছিল। টাই ভাষাত সকলো বিষয়ৰ পুথি লিখা হৈছিল। সেই পুথিবিলাক পয়াৰ ছন্দত ৰচনা কৰা হৈছিল। জ্যোতিষ শাস্ত্ৰৰ চৰ্চ্চাত টাই জাতি বৰ পাকৈত আছিল। সিবিলাকৰ জ্যোতিষ-গণনা বৰ ঠিক আছিল। বুৰঞ্জী লিখাৰ পাকত টাই জাতি পৃথিবীৰ সভ্য জাতিৰ মাজত এটা জিলিকি

থকা জাতি। টাই ভাষাত লিখা বুৰঞ্জী পুথি এতিয়াও অলেখ আছে। আগৰ দিনত টাই জাতিৰ নিচিনাকৈ বুৰঞ্জীৰ মোল বুজা জাতি পৃথিবীত নিচেই তাকৰ হে আছিল। নিৰ্ম্মল পানীৰ মোল টাই জাতিয়ে ভালকৈ বুজিছিল। পানী নিকা ৰাখিবলৈ ৰহঢলা প্ৰথা সিবিলাকৰ সুকীয়া আছিল। সেই কাৰণে, সিবিলাকৰ যতে বসতি, ততে ৰহঢলা পুখুৰী আছিল। সিবিলাকৰ এৰা-ৰাজ্যত আজিকালিও হাবিয়ে-বননিয়ে ৰহঢলা পুখুৰী দেখিবলৈ পোৱা যায়। তাৰ পানী অদ্যাপি নিকা। পাচলৈ টাই জাতিক অসম বা অহম বোলা হয়। আজিকালি সেই অহম জাতিকে আহোম বোলা হৈছে। আৰু সেই অহম নাম অনুসাৰেই আজিকালি এই দেশৰ নাম অসম বা আসাম হৈছে। আৰু, সেই টাইভাষাকে আজিকালি আহোম ভাষা বোলে।

**মুঠ-কথা।**—টাই জাতি শ্যাম প্ৰদেশৰ মানুহ। শ্যাম প্ৰদেশ বৰ্ম্মা দেশৰ ভিতৰত। টাই জাতিৰ মানুহ বৰ বলী, সাহী আৰু ৰণুৱা আছিল। সিবিলাক বৰ ৰাজভক্ত। ৰজাক সিবিলাকে ঈশ্বৰযেন জ্ঞান কৰিছিল। টাই জাতি বৌদ্ধ ধৰমী আছিল। সিবিলাকৰ সুকীয়া সাহিত্য আছিল। টাই ভাষাত অলেখ বুৰঞ্জী আৰু ধৰ্ম্ম-পুথি আছে। এই পুথিবিলাক পয়াৰ ছন্দত ৰচনা কৰা হৈছিল। টাই জাতিয়েই অসমদেশৰ আহোম জাতিৰ আঁতি-গুৰি। আৰু, টাই-ভাষাই আহোম-ভাষা। ইয়াৰ পাচৰ পাঠত এই বিষয়ে ভাঙ্গি কোৱা হৈছে।

---

# ২। পাঠ।

—*—

## আহোমৰ দিনৰ আৰম্ভণ।

চুকাফা।—এই দেশৰ ঠিক উত্তৰ-পূব সীমাত পাতকাই পৰ্ব্বত। তাৰ পূবে ভৈয়ামত আগৰ দিনত মুংৰিমুংৰাম ৰাজ্য আছিল। সেই ৰাজ্যত টাই জাতিৰ কোৱঁৰ খুনলুঙৰ বংশৰ ৪০ জন ৰজা হৈ যোৱাৰ পাচত, সেই বংশৰে বিখ্যাত চুকাফা কোৱঁৰ ৰজা হয়। তাত তেওঁ ৰজা হৈ ১৮ বছৰ আছিল। তাৰ পাচত, তেওঁ দেশ জয় কৰিবৰ উদ্দেশে পাতকাই পাৰ হৈ, ১২২৯ খ্রীষ্টাব্দত সৌমাৰত সোমায়হি। চুকাফা ৰজাই লগত বুঢ়াগোহাঞি আৰু বৰগোহাঞি এই দুজন ডাঙৰীয়া বা মন্ত্ৰী, ৮ জন বিষয়া, ১০৮০ জন মাটি-ৰণুৱা, ৩০০ ঘোঁৰা-ৰণুৱা আৰু দুটা হাতী আনিছিল। তাৰে সৈতেই তেওঁ সৌমাৰৰ ভিতৰ সোমাই তাৰ আদি জাতিৰ সৰু-সৰু ৰজাবিলাকক জিনি নামৰূপ, টিপাম, অভয়পুৰ, হাবুং, নামদাং এইবোৰ ৰাজ্য দখল কৰিলে। তাৰ পাচত, তেওঁ চৰাইদেউ পাহাৰত নগৰ পাতি লৈ, তাৰপৰা লাহে-লাহে তেওঁৰ ৰাজ্য বঢ়াবলৈ ধৰিলে। এই দৰেই অলপ কালৰ ভিতৰতে তেওঁ গোটেই সৌমাৰ খণ্ড জয় কৰি ললে। চুকাফা বৰ পৰাক্ৰমী ৰজা আছিল। তেওঁ সৌমাৰৰ অধিপতি বিলাকৰ যাক যেতিয়াই আক্ৰমণ কৰিছিল,

তেওঁক তেতিয়াই ৰণত ঘটাই তলতীয়া কৰিছিল। সেই কাৰণে, সৌমাৰৰ মানুহে চুকাফাক অসম ( অৰ্থত, যাৰ সমান নাই ) ৰজা বুলিমানিবলৈ ধৰিলে। সেই আপাহতে, তেওঁ যিমানলৈকে ৰাজ্য বঢ়ালে, সিমানলৈকে তেওঁৰ নামেই 'অসম-দেশ' নাম হল। টাই জাতিৰ মানুহৰ মুখত 'স' আখৰটো 'হ' ৰূপে উচ্চাৰিত হৈছিল। সেই কাৰণে, এই 'অসম' নাম সিবিলাকৰ মুখত 'অহম' হয়, আৰু তাৰপৰাই 'আহোম' নাম ওলায়। পাচলৈ চুকাফা ৰজা আৰু তেওঁৰ লগত অহা টাই জাতিৰ মানুহক আৰু সিবিলাকৰ বংশ-পৰিয়ালক 'অহম' বা 'আহোম' বোলা হয়। আৰু, আগৰ সেই 'অসম' দেশৰ নাম এতিয়া বৃটিচ ৰজাৰ দিনত 'আসাম' হৈছে।

চুকাফা স্বৰ্গদেৱ বৰ জ্ঞানী ৰজা আছিল। ৰাজনীতিত তেওঁৰ বৰ ভাল জ্ঞান আছিল। ৰাজ্য কেনেকৈ শাসন কৰিব লাগে আৰু প্ৰজাক কেনেকৈ পালন কৰিব লাগে, সেই বিষয় তেওঁ ভালকৈ জানিছিল। ওপৰত উনুকিওৱা হৈছে যে, চুকাফা স্বৰ্গদেৱৰ লগত আহোম মানুহ সৰহ অহা নাছিল। গতিকে, তাকৰীয়া মানুহৰ ভাষাৰে সৈতে সেই ভাষা নজনা নতুন দেশৰ প্ৰজা চলাবলৈ সুচল নহল। সেই দেখি, তেওঁ প্ৰজাৰ ভাষাকে ৰাজভাষা কৰিলে। আহোম ভাষাৰ ব্যৱহাৰ কেৱল ধৰ্ম্মপুথি আৰু বুৰঞ্জীত হে হল। চুকাফা স্বৰ্গদেৱ অসমদেশত আহোমৰ আদি-ৰজা। তেওঁৰপৰাই এই দেশত 'আহোমৰ দিন' আৰম্ভ হয়। তেওঁ অসমত ৪০ বছৰ নাম জ্বলাই ৰাজপাট খাইছিল। তাৰ পাচত, ১২৬৮ খ্ৰীষ্টাব্দত তেওঁ স্বৰ্গী হয়।

) চুকাফা স্বৰ্গদেৱৰ পাচত, তেওঁৰ বংশৰ চুতেউফা, চুবিণফা, চুখাংফা, চুখ্রাংফা আৰু চুতুফা এই পাঁচজন ৰজা হয়। তাৰ পাচত, খ্রীঃ ১৩৭৬ চনৰপৰা ১৩৮০ চনলৈকে চাৰি বছৰ ৰজা নপতাকৈয়ে মন্ত্রীসকলেই ৰাজ্য চলাইছিল। কাৰণ, শেহৰ জন ৰজাই মন্ত্রীসকলক অমান্য কৰি চলিছিল, আৰু প্রজাই দুখ পোৱা ভালেমান অন্যায় কাম কৰিছিল। সেই মইমতীয়া কামৰ ভিতৰত মন্ত্রীসকলৰ মত নোলোৱাকৈ চুতুফা স্বৰ্গদেৱে ছুটীয়া ৰাজ্য আক্রমণ কৰা কামেই ঘাই।

মুঠি কথা।—চুকাফা স্বৰ্গদেৱেই আহোমৰ আদি-ৰজা। সেই কালত তেওঁৰ সমান পৰাক্রমী ৰজা আৰু নাছিল। সেই কাৰণে তেওঁক 'অসম' ৰজা বোলা হৈছিল। সেই 'অসম' শব্দৰপৰা 'অহম' হয়; আৰু তাৰপৰা 'অহোম' নামৰ উৎপত্তি হয়। পাচত, তাৰপৰাই "অসমদেশ" নাম হয়। এতিয়া সেই নাম 'আসাম' হৈছে। চুকাফা স্বৰ্গদেৱ বৰ উদাৰ চিতীয়া আৰু ৰাজ-নীতিৰ বহুল জ্ঞান থকা পুৰুষ আছিল। দেশৰ মঙ্গল আৰু প্রজাৰ উপকাৰৰ নিমিত্তে তেওঁ নিজৰ মাতৃভাষাক পিচ পেলাই প্রজাৰ ভাষাক আগ কৰিছিল। তেওঁ প্রতাপী ৰজা হৈও ৰাজ-কাৰ্য্যত নিজৰ মাতৃভাষা নচলাই প্রজাৰ ভাষাকে ৰাজভাষা ৰূপে গ্রহণ কৰাটো বৰ ডাঙ্গৰ কথা। তেনে উদাৰনীতি আজিকালি ৰব ওখ থাপৰ সভ্য ৰজাৰ মাজতো পাবলৈ নাই। আহোম প্রজায়ো মুকলি মনেৰে লগৰীয়া অসমীয়া প্রজাৰ ভাষা শিকি লৈ ৰাজকাৰ্য্যত যোগ দিছিল। তেতিয়াৰপৰাই অসমীয়া ভাষাই

আহোমৰ আদৰ পাই আছিছে। আহোম ভাষা কেৱল আহোমৰ ধৰ্ম্মপুথি আৰু বুৰঞ্জী লিখাত হে চলতি হল। আৰু, দেওধাই-সকলত বাজে আনে ইয়াৰ চৰ্চ্চা নাৰাখিছিল। গতিকে, আজি-কালি আহোম ভাষা জনা লোক নোহোৱা হৈছেহি। সেই কাৰণে, আগৰ দিনৰ আহোম ধৰ্ম্মপুথি আৰু বুৰঞ্জীবিলাক উদ্ধাৰ কৰিব নোৱাৰাত দেশৰ মহৎ ক্ষতি হৈছে।

---

# ৩। পাঠ।

## আহোমৰ দিনৰ উন্নতি।

বিৰুদ্ধ স্বাতন্ত্র।—ৰজা নোহোৱাকৈ ৰাজ্য চলাবলৈ অসুচল দেখি, মন্ত্ৰীসকলে আকৌ আগৰ ৰাজবংশৰ ত্যাওখাম্থি কোঁৱৰক ৰজা পাতিলে। কিন্তু, তেওঁৰেঁা ককায়েকৰ দৰেই মইমতীয়া হৈ উঠিল। গতিকে, তেওঁক ছল-বুধিকৈ বধ কৰা হয়; আৰু খ্ৰীঃ ১৩৮৯ চনৰপৰা ১৩৯৮ চনলৈকে ৯ বছৰ ৰজা নোহোৱাকৈয়ে মন্ত্ৰীসকলে ৰাজ্য চলায়। তাৰ পাচত, আকৌ তেওঁৰ পুতেক চুডাংফা কোঁৱৰক ৰজা পতা হল। তেওঁক সৰুতে এজন বামুণে তুলি লৈছিল। সেই আপাহতে, তেওঁক "বামুণী কোঁৱৰ" নামেও জনা যায়। এই জনা স্বৰ্গদেৱেই পোন্-প্ৰথমে শিঙৰিঘৰত উঠি আহোম বিধি মতে ৰজা হয়। তেওঁ ৯ বছৰ ৰাজপাট খাই স্বৰ্গী হোৱাৰ

পাচত, খ্ৰীঃ ১৪০৭ চনৰপৰা ১৪৯৭ চনলৈকে এই ৯০ বছৰৰ ভিতৰত চুডাংফা, চুকাংফা, চুনেন্‌ফা, চুহান্‌ফা আৰু চুপিম্‌ফা এই পাঁচজন ৰজা আহোম ৰাজপাটত উঠে। সিবিলাকৰ আমোলত বহলাই কবলগীয়া লাগতিয়াল কথা নাই; মুঠেই চুহান্‌ফা স্বৰ্গদেৱৰ দিনত কোচ ৰজা বিশ্বসিংহই আহোম ৰাজ্য আক্ৰমণ কৰিছিলহি। কিন্তু, তেওঁ ৰণত ঘাটি উলটি যাব লগা হয়।

**স্বৰ্গনাৰায়ণ।**—তাৰ পাচত, চুপিম্‌ফা স্বৰ্গদেৱৰ পুতেক চুহুম্মুং কোৱঁৰ ৰজা হয়। এই জনা ৰজাক স্বৰ্গনাৰায়ণ নামেও জনা যায়। স্বৰ্গনাৰায়ণ ৰজাৰ আমোলত ভালেমান ডাঙৰ ঘটনা হৈছিল। তাৰ ভিতৰত বৰপাত্ৰ-গোহাঞি ডাঙৰীয়াৰ বিষয় সৃষ্টি, আইতনীয়া বিদ্ৰোহ, চুটীয়া ৰাজ্য দখল, মছলমানৰ পঞ্চম আক্ৰমণ বা কলিয়াবৰৰ প্ৰথম ৰণ, কছাৰি-ৰণ, মছলমানৰ ষষ্ঠ, আক্ৰমণ বা দিকৰাইমুখৰ ৰণ, মৰীয়াৰ উৎপত্তি এইবোৰেই ঘাই।

**মছলমানৰ ৫ম, আৰু ৬ষ্ঠ, আক্ৰমণ।**—সেই সময়ত আহোম ৰজা কেইবাখনো ৰণত লাগি জুৰুলা হৈছিল। তাৰ গম্ পাই, ১৫২৭ খ্ৰীষ্টাব্দত মছলমান সেনাপতি তুৰ্ব্বকে অসম দেশ আক্ৰমণ কৰেহি। সেই আক্ৰমণ ওফৰাবলৈ ধৰাত আহোম আৰু মছলমানৰ মাজত এখন ৰণ লাগিল। ৰণত আহোম সেনাপতি বৰগোহাঞি ডাঙৰীয়া পৰিল, আৰু মছলমান সেনাপতিয়ে ভালেমান ধন-বস্তু লুটি লৈ নিজ দেশলৈ উলটি গ'ল। সেয়ে মছলমানৰ ৫ম, আক্ৰমণ। সেইবাৰ নটা পাই গৈ, ১৫৩২ খ্ৰীষ্টাব্দত তুৰ্ব্বকে আকৌ অসম দেশ আক্ৰমণ কৰেহি। তেওঁ

কলিয়াবৰলৈকে উজাই আহি দিকৰাইমুখতে অসম ৰজাৰ ৰণুৱাৰে সৈতে ভেটাভেটী হল, আৰু তাতে এখন বৰ ডাঙৰ ৰণ লাগিল। সেই ৰণত কন্‌চেং বৰপাত্ৰ-গোহাঞি ডাঙৰীয়া আহোমৰ ঘাই সেনাপতি আছিল। আৰু, বৰগোহাঞি ডাঙৰীয়াৰ বিধৱা পত্নী মূলা গাভৰুৱে পতিবৈৰী তুৰ্ব্বকক প্ৰতিশোধ দিবৰ হেঁপাহেৰে নিজে অস্ত্ৰ ধৰি ৰণ কৰিছিলগৈ। ৰণত মূলা গাভৰু আৰু তুৰ্ব্বক দুয়ো পৰিল। বাকী পাঠান মছলমানবিলাকক কন্‌চেং ডাঙৰীয়াই কৰতোৱা নৈ পাৰ কৰি খেদি থৈ আহিলগৈ। সেই ৰণত মছলমানৰ ভালেমান বন্দুক আহোমৰ হাতত ৰৈ যায়। অসমত বন্দুকৰ আমদানী সেয়ে প্ৰথম। আৰু, সেয়ে অসমত মছলমানৰ ৬ষ্ঠ, আক্ৰমণ।

আনুষঙ্গী —মছলমানৰ ৫ম, আৰু ৬ষ্ঠ, আক্ৰমণৰ আগে-আগে আহোম ৰজাই খনচেৰেক ডাঙৰ ৰণ দিব লগা হৈছিল; তাৰ ভিতৰত ছুটীয়া ৰাজ্য আক্ৰমণ আৰু কছাৰি-ৰণ এই দুখন ঘাই। ১৫১৩ খ্ৰীষ্টাব্দত ছুটীয়া ৰজাৰ সেনাপতি এজন ৰণৰ সাজেৰে ব্ৰহ্মপুত্ৰে দি ভটীয়াই আহিছিল। পিচে, তেওঁ আহি দিখৌমুখ পাওঁতেই আহোম সেনাপতি কন্‌চেং বৰপাত্ৰ-গোহাঞি ডাঙৰীয়াই তেওঁক আগচি ধৰিলে। তাতে দুইবো ভিতৰত এখন ৰণ লাগিল। ৰণত ছুটীয়া সেনাপতি ঘাটিল, আৰু তেওঁক আহোম ৰাজধানীলৈ বন্দী কৰি নিয়া হল। তাৰ দহ বছৰৰ পাচত, ছুটীয়া ৰজা নীতিপালৰ অনীতি-অধৰমত ছুটীয়া ৰাজ্য জুৰুলা হৈ পৰিল। আহোম ৰজাই সেই কথাৰ সম্ভেদ পাই ছুটীয়া ৰাজ্য

দখল কৰিবলৈ আকৌ কন্‌চেং ডাঙৰীয়াক সৈন্য-সমর্ল দি পঠিয়ালে। অকল ছুটীয়া ৰাজ্য দখল কৰাই উদ্দেশ্য নাছিল; সাধনী নামে নীতিপাল ৰজাৰ এগৰাকী পৰম ৰূপৱতী ৰাণী আছিল, তেওঁক লাভ কৰাও আহোম ৰজাৰ আন এটা উদ্দেশ্য আছিল। সাধনী ৰাণী যেনে ৰূপৱতী, তেনে গুণৱতী; আৰু তেওঁ মহাসতী নাৰী আছিল। নীতিপাল ৰজা ৰণত পৰিলত, সাধনী ৰাণীয়ে চন্দনগিৰিৰ টিঙৰপৰা তলৰ কুণ্ডলৈ জাঁপমাৰিপৰি, শত্ৰুৰ হাতৰপৰা নিজৰ গা সৰকৱালে। ছুটীয়া ৰাজ্য আহোম ৰাজ্যৰ লগত চামিল হল।

**কছাৰি-ৰণ**।—ছুটীয়া-ৰণৰ আঠ বছৰৰ পাছত, ১৫৩১ খ্ৰীষ্টাব্দত কছাৰি ৰণ লাগিল। আহোম ৰজাই মৰঙ্গিত এটা কোঁঠ সজাইছিল। সেই কথাত কছাৰি ৰজাৰ বৰ খং উঠিল। তেওঁ কোঁঠ ভাঙ্গি আহোমক তাৰপৰা খেদি পঠিয়াবলৈ ৰণুৱা পাচিলে। তাতে দুয়ো পক্ষৰ মাজত এখন ৰণ লাগিল। ৰণত কছাৰিবিলাক ঘাটি পলাবলৈ ধৰিলে। আহোমৰ সেনাই সিবিলাকক খেদি নি ডিমাপুৰ সোমালেগৈ। তাতো এখন ডাঙৰ ৰণ লাগিছিল। সেই ৰণতো ঘাটিলত কছাৰি ৰজাই আহোম ৰজাৰে সৈতে সন্ধি কৰিলে।

**অন্বীক্ষা**।—মছলমানৰ ৬ষ্ঠ, অক্ৰমণত যিবিলাক মছলমান সেনা বন্দী হৈ ৰল, সিহঁতক পোনতে ৰজাৰ হাতীঘাঁহী পতা হৈছিল। পিচে, সিহঁতে আগেয়ে হাতী নেদেখাৰ কাৰণে, কোন্‌ ফালে মুখ ঠিক কৰিব নোৱাৰি, নেগুৰৰ ফালে ঘাঁহ গুজি কেইবাটাও হাতী মাৰিলে। তাৰ পাচত, সেই কামৰপৰা এৰুৱাই নি সিহঁতক

ৰজাই খুতত খেতি কৰিবলৈ দিয়া হল। তাতো সিহঁতে নিলগৰপৰা বোকা কঢ়িয়াই কঠীয়া ৰুই ন-শ মানুহে চ-শ ডাঙ্গৰি মাথোন ধান আৰ্জ্জিলে। সেই কাৰণে, সিহঁতক একেবাৰে অকামিলা ভাবি এৰি দিয়া হল। আৰু, পাচলৈ সিহঁতে পিতলৰ লোটা, কলহ, চৰিয়া এইবোৰ সঁজুলী সাজি তাকে সলাই ভাত মোকলাবলৈ ধৰিলে। সিহঁতৰ বংশৰ মানুহকে আজিকালি মৰীয়া বোলে।

স্বৰ্গদেৱ স্বৰ্গনাৰায়ণ এজন অতি বিচক্ষণীয়া ৰজা আছিল। তেওঁৰ আমোলত ভালেমান ডাঙ্গৰ ডাঙ্গৰ ঘটনা হৈছিল। আৰু তেওঁৰ দিনত "আহোমৰ দিন"ৰ বহুল উন্নতি হৈছিল। এই জনা স্বৰ্গদেৱে ৪২ বছৰ ৰাজপাট খাইছিল। তেওঁ ১৫৩৯ খ্ৰীষ্টাব্দত স্বৰ্গী হয়।

মুখ্য-কথা।—স্বৰ্গদেৱ চুডাংফা বা বামুণী কোঁৱৰৰ দিনৰপৰা শিঙ্গৰিঘৰ উঠাৰ নিয়ম চলে। স্বৰ্গনাৰায়ণ ৰজাৰ দিনত ভালেমান ডাঙ্গৰ ডাঙ্গৰ ঘটনা হয়। তাৰ ভিতৰত ছুটীয়া ৰাজ্য দখল, কছাৰি-দমন, মছলমানৰ ৫ম, আৰু ৬ষ্ঠ, আক্ৰমণ এই কেইটা ঘাই। এই জন ৰজাৰ আমোলত. খ্ৰীঃ ১৪৯৭ চনৰপৰা ১৫৩৯ চনলৈকে, আহোমৰ দিনৰ বহুল উন্নতি হয়। এওঁৰ দিনতে আহোমৰ ৰাজ্যত বামুণৰ প্ৰতিপত্তিৰ সূত্ৰপাত হয়। যি জন হাবুঙ্গীয়া বামুণৰ ঘৰত চুডাংফা স্বৰ্গদেৱ অজ্ঞাত অৱস্থাত ডাঙ্গৰ-দাঘৰ হৈছিল, সেই বামুণক ঘৰোৱাহিকৈ ৰজাৰ নগৰলৈ তুলি অনা হয়। সেই আপাহতে, সেই বামুণৰ লৰাহঁতকো পাচলৈ "বামুণী কোঁৱৰ" বোলা হয়।

---

# ৪। পাঠ।

---

## আহোমৰ দিনৰ গৌৰৱ।

**গড়গঞা ৰজা।**—স্বৰ্গদেৱ স্বৰ্গনাৰায়ণৰ পাচত, তেওঁৰ পুতেক চুক্লেনমুং কোঁৱৰ ৰজা হয়। তেওঁক 'গড়গঞা ৰজা' নামেও জনা যায়। কিয়নো, আহোম ৰজাৰ প্ৰখ্যাত ৰাজধানী গড়গাওঁ-নগৰ তেওঁৱেই পাতিছিল। এই জনা ৰজাৰ দিনতে কোচ ৰজাৰ সেনাপতি প্ৰখ্যাত বীৰ চিলাৰায়ে আহোম ৰাজ্য আক্ৰমণ কৰেহি। তেওঁ উত্তৰ পাৰে উজাই দিকৰাই নৈলৈকে আহোম ৰাজ্য দখল কৰিছিলহি। তাৰ লগে লগে কোচ ৰজাই তেওঁৰ ৰাজধানী কোচবিহাৰৰপৰা সৌমাৰৰ নাৰায়ণপুৰলৈকে এটা বৰ ডাঙৰ ৰাজ-আলি বন্ধাইছিল। সেই আলি "গোহাঁই-কমলা-আলি" নামে জনা যায়। কিয়নো, ইয়াক নৰনাৰায়ণ ৰজাৰ ভায়েক গোহাঁইকমলাই বন্ধাইছিল। পিচে, আহোম ৰজাই ভালেমান কাজুৱা ৰণুৱাৰে সৈতে পিচলা নৈৰ পাৰত এটা কোঁঠ মৰাই লৈ কোচ সেনাপতিক আগভেটি ধৰিলেগৈ। ইয়াতে চিলাৰায় আৰু গড়গঞা ৰজাৰ মাজত এখন তয়াময়া ৰণ লাগিল। ৰণত চিলাৰায় ঘাটি স্বদেশলৈ উলটিল। আহোম ৰজাই নিজৰ ৰাজ্য আকৌ উদ্ধাৰ কৰি ললে। এয়ে আহোম ৰাজ্যত কোচৰ প্ৰথম আক্ৰমণ। ইয়াকে "পিছলাপৰীয়া ৰণ" বোলে।

খোৰা-ৰজা।—গড়গঞা ৰজাৰ পাচত, তেওঁৰ পুতেক চুখাম্‌ফা কোৱঁৰ ৰজা হয়। তেওঁ হাতীৰপৰা পৰি খোৰা হোৱাৰ কাৰণে, তেওঁক "খোৰা-ৰজা" নামেও জনা যায়। আহোম ৰজাৰ ভিতৰত এই জনা ৰজাই আটাইতকৈ অধিক কাল ৰাজপাট খাইছিল। খ্ৰীঃ ১৫৫২ চনৰপৰা ১৬১১ চনলৈকে খোৰাৰজাদেৱে পূৰা তিনি কুৰি বছৰ ৰাজত্ব কৰিছিল। তেওঁৰ দিনত ভালেমান ডাঙৰ ঘটনা হৈছিল; তাৰ ভিতৰত কোচৰ দ্বিতীয় আৰু তৃতীয় আক্ৰমণ, চুটীয়া বিদ্ৰোহ, ঢেকেৰী-বিদ্ৰোহ, নৰা ৰজাৰ আক্ৰমণ, সলাল-গোহাঞিৰ বিষয় পাতন, ১৫৯৬ খ্ৰীষ্টাব্দৰ ডাঙৰ ভূইকঁপ; মছলমানৰ সপ্তম আৰু অষ্টম আক্ৰমণ এইবোৰেই প্ৰধান।—

'পিছলাপৰীয়া' ৰণত ঘাটি যোৱাৰ অপমান গুচাবৰ মনেৰে, ১৫৬২ খ্ৰীষ্টাব্দত চিলাৰায়ে আকৌ আহোম ৰাজ্য আক্ৰমণ কৰেহি। এইবাৰ আহোম সেনাপতিয়ে ছল কৰি, তেওঁৰ বাৰ-ৰৰণীয়া সেনাবিলাকক লগুণ পিন্ধাই কপিলা গৰুৰ ওপৰত তুলি ৰণলৈ পঠিয়ালে। সেই সেনাবিলাক গৈ সমুখ হোৱাত, বামুণ আৰু কপিলা বধৰ পাপলৈ ভয় কৰি, চিলাৰায়ে ৰণ নকৰি উলটি গুচি গল। ইফালে ৰণজয়ৰ বঁটা স্বৰূপে সেই বামুণ-সজা সৈন্য-বিলাক বামুণ হৈয়ে থাকিল। কিন্তু, দেশলৈ উলটি গৈ চিলাৰায়ে সেই ভুৱা দিয়া কথা জানিবলৈ পালে। সেই কাৰণে, তেওঁ ১৫৬৩ খ্ৰীষ্টাব্দত আহোম ৰাজ্য আকৌ আক্ৰমণ কৰিলেহি। এইবাৰ খোৰা-ৰজা ঠাৰিব নোৱাৰি হুঁহকি পৰিল, আৰু উত্তৰ-

পৰীয়া ৰাজ্য শত্ৰুক এৰি দি গড়গাঁও নগৰলৈ গুচি আহিল। পিচে, চিলাৰায়ে নাৰায়ণপুৰত এটা কোঁঠ মাৰি থৈ উলটি গলগৈ। তাৰ পাচত, আহোম ৰজাই আকৌ এখন ৰণ দি কোচৰপৰা সেই ৰাজ্য কাঢ়ি ললে। এয়ে কোচৰ ২য়, আৰু ৩য়, আক্ৰমণ।

**বুদ্ধিস্বৰ্গনাৰায়ণ।**—খোৰা-ৰজাৰ পাচত, খ্ৰীঃ ১৬১১ চনৰপৰা ১৬৫৪ চনলৈকে এই ৪৩ বছৰৰ ভিতৰত চুচেংফা, চুৰম্‌ফা আৰু চুত্যিংফা এই তিনজন ৰজা হয়। ইবিলাকৰ ভিতৰত চুচেংফা স্বৰ্গদেৱ প্ৰখ্যাত আছিল। তেওঁক বুদ্ধিস্বৰ্গনাৰায়ণ নামেও জনা যায়। তেওঁৰ দিনত ভালেমান ডাঙৰ ডাঙৰ ঘটনা হৈছিল। তাৰ ভিতৰত মছলমানৰ নৱম আৰু দশম আক্ৰমণ, আৰু কছাৰি-ৰণ এই দুটা খাই। এই জন ৰজাৰ দিনতে বৰফুকন আৰু বৰবৰুৱা বিষয়ৰ সৃষ্টি হয়। ইয়াত বাজেও, তেওঁ ভালেমান আলি, গড়, দোল, পুখুৰী আদি কৰাই আহোম ৰাজ্যৰ বহুল উন্নতি কৰিছিল।

**জয়ধ্বজসিংহ।**—১৬৫৪ খ্ৰীষ্টাব্দত চুত্যিংফা স্বৰ্গদেৱক ভাঙ্গি তেওঁৰ পুত্ৰেক চুতামলা কোঁৱৰ ৰজা হয়। তেওঁ ৰাজপাটত উঠিয়েই তামৰ ফলিত লিখাইদি, বহুত দেৱোত্তৰ আৰু ব্ৰহ্মোত্তৰ মাটি দান কৰি নিৰঞ্জন নামে বাপুত শৰণ লয়। তাৰ পাচত, হিন্দুমতে তেওঁৰ নাম জয়ধ্বজসিংহ হয়। আহোম ৰজাৰ ভিতৰত তেওঁৱেই পোন্‌প্ৰথমে হিন্দুমতে শৰণ লয়, আৰু তেওঁৰ দিনৰপৰাই তামৰ ফলি চলিত হয়।

**মিৰজুম্লাৰ আক্ৰমণ।**—জয়ধ্বজসিংহ ৰজাৰ দিনতে,

১৬৬১ খ্ৰীষ্টাব্দত দিল্লীৰ সম্ৰাট আওৰেংজেৱৰ সেনাপতি মিৰজুম্লাই অসম দেশ আক্ৰমণ কৰেহি। মছলমান সেনা আহি সুমলিগড় পাওঁতেই সেই ঠাইৰ কোঁঠ-ৰখীয়া অসমীয়া সেনা পলাই ফাট্ মাৰিলে। মিৰজুম্লাই কোনো হকাবধা নোপোৱাকৈ গড়গাওঁ-নগৰ সোমালেগৈ। জয়ধ্বজসিংহ ৰজাই ভয়ত চৰাইখোবোং নামে পাহাৰত ঠাই ললেগৈ। মিৰজুম্লাই গোটেই অসম দেশত ৰাজক্ষমতা চলাই এবছৰ গড়গাঁওত প্ৰভুত্ব কৰিছিল। তাৰ পাচত, তেওঁ আহোম ৰজাৰে সৈতে সন্ধি পাতি স্বদেশলৈ উলটি যাবলৈ মন কৰিলে। সেই সন্ধি মতে জয়ধ্বজসিংহ ৰজাই অনেক ধন-বস্তু আৰু লগুৱা-লিগিৰি যৌতকত দি, ৰাজ-জীয়াৰী ৰমণী গাভৰুক দিল্লীৰ বাদচাহৰ লগত বিয়া দিবৰ



গড়গাওঁৰ কাৰেংঘৰ।

নিমিত্তে অৰ্পণ কৰি, বছৰি ২০টা হাতী আৰু পেচ্কচৰ বাবে তিনি লাখ টকা আৰু ৯০টা হাতী চই শোধাবলৈ গাত লৈ, মিৰজুমাক বিদায় দিলে। এয়ে অসমত মছলমানৰ ১১শ, আক্ৰমণ।

জয়ধ্বজসিংহৰ পাচত, তেওঁৰ পুতেক এজনো ৰজা হব নোৱাৰিলে। সিবিলাকৰ চৰিত্ৰ পিতাকৰ দৰেই দুৰ্ব্বল দেখি ডাঙৰীয়াসকলে সিবিলাকৰ এজনকো ৰাজপাটৰ নিমিত্তে মনোনীত নকৰিলে। গতিকে, আহোম ৰাজবংশৰ আন এটা ফৈদ দেওৰজাৰ নাতি চুপুংমুং কোঁৱৰক ১৬৬৩ খ্ৰীষ্টাব্দত ৰজা পতা হয়। হিন্দুমতে তেওঁ চক্ৰধ্বজসিংহ নাম লয়। তেওঁৰ দিনত হোৱা ঘটনাৰ ভিতৰত নগা-দমন, মিৰি-বিদ্ৰোহ আৰু 'শৰাইঘাটৰ ৰণ' এই কেইটাই যাই।

**শৰাইঘাটৰ ৰণ।**—মিৰজুমাৰ লগত হোৱা সন্ধি মতে, জয়ধ্বজসিংহ ৰজাই দিল্লীৰ সম্ৰাটক যি পেচ্কচ আৰু চই দিবলৈ গাত লৈছিল, তাৰে ১৯,০০০৲ টকা আৰু ৫০টা হাতী শোধাবলৈ বাকী ৰৈছিল। তাকে সাধি গুৱাহাটীৰপৰা মছলমান ফৌজদাৰ ফিৰুজ্খাঁই আহোম ৰজালৈ কটকীৰ মুখে টান কথা কৈ পঠিয়ালে। চক্ৰধ্বজসিংহ বৰ সাহী আৰু অভিমানী ৰজা আছিল। তেওঁ মছলমানৰ সেই টান কথা সহিব নোৱাৰি খঙত বাকী থকা চইৰ সলনি ৰণ দিবলৈ ওলাল। গতিকে, দুইপক্ষৰ মাজত এখন তয়াময়া ৰণ লাগিল। এই ৰণ দুবাৰ হয়। প্ৰথম বাৰত চৈয়দ চানা আৰু চৈয়দ ফিৰুজ্ সেনাপতিৰ তলে মছলমানে বাঁহবাৰী, কাঁজলিমুখ ইটাখলি,

বৰনদীমুখ আৰু গুৱাহাটী এই পাঁচ ঠাইত ৰণ দিয়ে। সেই কেইওখন ঠাইত আহোমৰ সেনাৰ হাতত মছলমান বিষমকৈ ঘাটিল। এই ৰণত লাছিত বৰফুকন আহোমৰ ঘাই সেনাপতি আছিল। তেওঁ ৰণত জিকি, মছলমানক মানাহা নৈৰ মুখলৈকে খেদি নি, তাৰপৰা চৈয়দ চানা আৰু চৈয়দ ফিৰুজক বন্দী কৰি আনি গড়গাওঁ নগৰলৈ পঠিয়ায়। গড়গাওঁৰত সিবিলাকক বধ কৰা হয়। এই ৰণজয়ত গুৱাহাটী আকৌ আহোম ৰজাৰ দখললৈ আহিল, আৰু মছলমানৰ ৰণৰ সঁজুলী ভালেমান আহোমৰ হাতত ৰল। পিচে, এই পৰাজয়ৰ বাতৰি পাই দিল্লীত আওৰেংজেব বাদচাহ খঙত জ্বলি উঠিল। তেওঁ ততালিকে আহোম ৰজাৰ লগত আকৌ ৰণ দিবলৈ সাজু হল। প্ৰথমে ৩০০০ ঘোঁৰা-ৰণুৱা, ১৮,০০০ পাঠান মাটি-ৰণুৱা আৰু ১৫,০০০ কোচবেহাৰী ৰণুৱা লগত দি, ৰজা ৰামসিংহক ঘাই সেনাপতি পাতি ৰণলৈ পঠিওৱা হয়। তাৰ পাচত, মচৰৎখাঁ, ৰঘুনাথসিংহ, ৰচিদ খাঁ এই তিনজন পালি সেনাপতিৰ তলত ভালেমান ৰণুৱা দি ৰজা ৰামসিংহক সহায় কৰা হয়। ইফালে আহোম ৰজা চক্ৰধ্বজসিংহয়ো বৰসেনাপতি লাছিত বৰফুকনক ভালেমান বাছকবনীয়া পৈণত আৰু কাজুৱা ৰণুৱাৰে সৈতে সাজু কৰি ৰাখিছিল। বৰফুকনে শৰাইঘাটত শকত আৰু ডাঙ্গৰকৈ এটা কোঁঠ মৰাই লৈ মছলমানলৈ বাট চাই আছিল। ৰজা ৰামসিংহ আহি গুৱাহাটীৰ সীমা পোৱা মাত্ৰে লাছিত বৰফুকনে আগচি ধৰিলে। দুয়ো পক্ষৰ মাজত তয়াময়াকৈ ৰণ লাগি উঠিল। এনে সময়তে, গড়গাওঁ-নগৰৰ পৰা চক্ৰধ্বজসিংহ

স্বৰ্গদেৱে বুঢ়াগোহাঞি, বৰগোহাঞি, পানীফুকন ইত্যাদি বিলাকক গায়পতি ভালেমান কাজুৱা ৰণুৱা দি বৰফুকনক সহায় কৰিবলৈ পঠিয়ালে। সিফালে মছলমানৰো পাচৰ খেপত পঠিওৱা সৈন্যৰ ফৌজে লগ ধৰিলেহি। এনে আয়োজনেৰে দুই পক্ষৰ ভিতৰত এখন মহাৰণ চলিবলৈ ধৰিলে। এনেতে, অকস্মাতে নৰিয়া পৰি চক্ৰধ্বজসিংহ স্বৰ্গদেৱ ঢুকাল, আৰু তেওঁৰ ভায়েক উদয়াদিত্য কোঁৱৰ নতুনকৈ ৰজা হল। এই দুৰ্ঘটনাই আহোম বিষয়াসকলক ভিতৰি হতাশ কৰি পেলাইছিল। কিন্তু, এনে বিপদেও মহাবীৰ লাচিত বৰফুকনৰ মন ভাঙিব নোৱাৰিলে। তেওঁ নতুন ৰজা আৰু পালি সেনাপতিসকলক নিজৰ সাহেৰে সাহ দি, প্ৰাণটাকি ৰণ চলাবলৈ ধৰিলে। একেৰাহে ছমাহ তৰে-পানীয়ে তয়াময়াকৈ এই মহাৰণ চলিয়েই আছে, কিন্তু কোনো পক্ষৰে জয় হোৱা নাই। পাচলৈ মছলমান সেনাপতি এজন-এজনকৈ ৰণত পৰিবলৈ ধৰিলে। অলেখ মছলমান ৰণুৱা ৰণত পৰিল আৰু বন্দী হল। আহোম সেনাপতিৰ বিক্ৰম সহিব নোৱাৰি মছলমানৰ ঘাই সেনাপতি ৰজা ৰামসিংহ ভটিয়াই পলাব লগা হল। তাৰ পাচত, লাচিত বৰফুকনে ৰণত জয়লাভ কৰি, মানাহা নৈলৈকে আহোমৰ ৰাজ্য বঢ়াই, তাতে সীমা পাতি চকি বহুৱালে। ১৬৭০ খ্ৰীষ্টাব্দত এই মহাৰণৰ অন্ত পৰে। ইয়াকে "শৰাইঘাটৰ ৰণ" বোলে। আৰু, এয়ে অসমত মছলমানৰ ১২শ, আক্ৰমণ। এই ৰণতে "আহোমৰ দিনৰ গৌৰৱ" অতিকৈ চৰিছিল। এনে কি, শত্ৰুৰ মুখেও সেই গৌৰৱৰ কথা শুনা গৈছিল। মছলমান সম্ৰাটৰ মহা

অভিমানী সেনাপতি ৰজা ৰামসিংহই এই ৰণত ঘাটি উলটি যাবৰ সময়ত এই দৰে কৈছিল, "মই ভাৰতবৰ্ষৰ ভালেমান ঠাইত ভালেমান ডাঙৰ ডাঙৰ ৰণ কৰলোঁ, কিন্তু এনে ডাঙৰ ৰণ কেতিয়াও কতো কৰ নাছিলোঁ। অসমীয়া সেনাপতিৰ সাহ আৰু ৰণ-কৌশল দেখি স্তম্ভিত হলোঁ। অসমীয়া ৰণুৱাৰ পাৰ্গতালি নশলাগি নোৱাৰি। একেবিধ অসমীয়া ৰণুৱাই মাটিয়ে, পানীয়ে আৰু ঘোঁৰাত উঠি ৰণ দিব পাৰে! সেই একে অসমীয়া ৰণুৱাই মাটি কাটিব পাৰে, গড় বান্ধিব পাৰে, মাল-যুঁজিব পাৰে, বন্দুক মাৰিব পাৰে, বৰতোপ মাৰিব পাৰে!! অসমত বাজে ভাৰতবৰ্ষৰ আন কোনোবা দেশত এনে পৈণত ৰণুৱা আছে যদি মই নাজানোঁ। ই নিশ্চয় আহোম ৰজাৰ গৌৰৱৰ চিন্।"

**লাছিত বৰফুকন।**—তেওঁ এজন আচল বীৰপুৰুষ আছিল। সৰুৰেপৰা তেওঁৰ চৰিত্ৰত বীৰৰ চিন্ দেখা গৈছিল। ডেকা বয়সত তেওঁক পোনতে ঘোঁৰা-বৰুৱাৰ বাব দিয়া হৈছিল। মিৰজুমাৰ অসম আক্ৰমণৰ সময়ত লাছিত বৰুৱাই যি বীৰৰ চিনাকি দিলে তাত সকলোৰে চকু পৰিল। সেই বাবেই তেওঁ একে চিপে বৰফুকনৰ পদলৈ উঠিল। তেতিয়া বৰফুকনৰ ৰাজধানী কলিয়াবৰ আছিল। "শৰাইঘাটৰ ৰণ" ঘোষণা কৰিয়েই স্বৰ্গদেৱে তেওঁক কলিয়াবৰত বৰফুকন পাতি ঘাই সেনাপতিৰ বাব দিলে। সেই ৰণত তেওঁৰ বীৰত্ব আৰু ৰণ-কৌশল দেখি শত্ৰুপক্ষ স্তম্ভিত হৈছিল। তেওঁ এনে চোকা আৰু টানমুখীয়া সেনাপতি আছিল যে, শৰাইঘাটৰ ৰণত সময়মতে এটা গড় মৰাই উলিয়াব নোৱাৰাৰ বাবে তেওঁ

নিজ হাতে নিজৰ মোমায়েকক টুটুকুৰাকৈ কাটি পেলালে। সেই গড় আজিকোপতি "মোমাই-কটা-গড়" নামে জনা যায়। তাৰ চিন্ কামৰূপ জিলাত এতিয়াও আছে। "শৰাইঘাটৰ ৰণ"ত হৰা-জিকাৰ বিষম দোমোজাত লাছিত বৰফুকনৰ হঠাৎ তীৱকঁপে জ্বৰ উঠিল; তেওঁ নবীয়া-পাটীৰপৰা উঠিব নোৱাৰা হল। এনে বিষম বিপাকত পৰি অসমীয়া ৰণুৱা সকলো বিমোৰ হল। কিন্তু, লাছিত বীৰ তেতিয়াও হতাশ নহল, তেওঁ উপস্থিত বুদ্ধি খটাই, নবিয়াত পৰি থকা ছালপিৰাই সৈতে তেওঁক মাৰনাৱত তুলি শত্ৰুৰ সমুখে ভটিয়াই এৰি দিবলৈ আজ্ঞা দিলে। ততালিকে সেই মতে কাম কৰা হল। পিচে, তেওঁক সেই অৱস্থাত শত্ৰুৰ মুখলৈ আগবঢ়া দেখি আন আটাইবিলাক সেনাপতি দহগুণে উত্তেজিত হল, আৰু একে চিপে আটাইবিলাক শত্ৰুৰ ওপৰত উবুৰিখাই পৰিল গৈ। মছলমান সেনা আৰু সেনাপতি বিচূৰ্ত্তি হল। সেই ছেগতে অসমীয়া ৰণুৱাই শত্ৰুক কাটি-মাৰি উছন্ নিউৱাৰ নিচিনা কৰিলে, আৰু মহাবীৰ লাছিত বৰফুকনে নবীয়া-পাটীৰেপৰা ৰণত জয় লাভ কৰিলে। এনে উপস্থিত-বুদ্ধি আৰু অদ্ভুত কৌশল কেইজনৰ আছে? বাস্তৱতে লাছিতৰ নিচিনা বীৰ আৰু ৰণ-পণ্ডিত পৃথিবীত অতি বিৰল।

মুক্তি-কথা।—চুক্লেনমুং ৰজাৰ দিনত, ১৫৪০ খ্ৰীষ্টাব্দত আহোম ৰজাৰ প্ৰখ্যাত ৰাজধানী গড়গাওঁ-নগৰ পতা হয়। তেওঁৰ আমোলতে কোচ সেনাপতি চিলাৰায়ে আহোম ৰাজ্য পোন্-প্ৰথমে আক্ৰমণ কৰেহি। চুখাম্ফা বা 'খোৰা-ৰজাৰ' ৰাজত্ব আটাইতকৈ

দীঘল। তেওঁ পূৰা তিনিকুৰি বছৰ ৰজা হৈছিল। জয়ধ্বজসিংহ ৰজাই পোন্-প্ৰথমে হিন্দুমতে শৰণ লয়। তেওঁৰ দিনতে মিৰ্‌জুম্লাই অসম দেশ আক্ৰমণ কৰেহি। চক্ৰধ্বজসিংহ স্বৰ্গদেৱৰ আমোলতে বিখ্যাত "শৰাইঘাটৰ মহা ৰণ" লাগে। এই ৰণেই "আহোমৰ দিনৰ গৌৰৱ" বৰকৈ চৰাইছিল। এই ৰণতে মহাবীৰ লাছিত বৰফুকনৰ বীৰত্ব আৰু ৰণকৌশলৰ ভাল চিনাকি পোৱা গৈছিল। এই ৰণ একেৰাহে ছমাহ চলিছিল। বিখ্যাত ৰণুৱা ৰজা ৰামসিংহ এই ৰণত মছলমানৰ ঘাই সেনাপতি আছিল। তেওঁ আহোমৰ ঘাই-সেনাপতি লাছিত বৰফুকনৰ হাতত বিষমকৈ ঘাটি উলটি যাব লগা হয়। আৰু, এই পৰাজয়তে অভিমানী আওৰেংজেব সম্ৰাটৰ গণ্ডপ্ মসীমুৰ হয়। লাছিত বৰফুকন বাস্তৱতে এজন মহাবীৰ আৰু বিচক্ষণীয়া ৰণ-পণ্ডিত আছিল। আগৰ দিনীয়া অসমীয়া সেনাবিলাক ৰণবিদ্যাত সকলো পাকে পৈণত আছিল। একে অসমীয়া সেনাই মাটি-ৰণুৱা, পানী-ৰণুৱা আৰু ঘোঁৰা-ৰণুৱাৰ কাম দিব পাৰিছিল। মাটি কটা, গড় মৰা, হিলৈ মৰা, মাল-যুঁজা, চোৰাং-চোৱা, ডাক চলোৱা সকলোবিধ ৰণৰ লাগতিয়াল কামত অসমীয়া সেনা পৈণত আছিল। আন কি, ৰণ-নলগা শান্তিৰ দিনত অসমীয়া ৰণুৱাই খেতি-বাতি, বেহা-বেপাৰ আৰু বিবিধ ঘৰুৱা কাম-কাজ কৰিব লগাও হৈছিল। আগৰ দিনৰ আগছোৱা আৰু মাজছোৱাত আহোম ৰজা-দিনীয়া অসমীয়া সেনাৰ নিচিনা সবৰবহী সেনা পৃথিবীৰ ভিতৰতে বিৰল আছিল।

# ৫। পাঠ।

## আহোমৰ দিনৰ কীৰ্ত্তি।

## মহাসতী জয়মতী।



৺জয়মতী কুঁৱৰী।

শৰাইঘাটৰ ৰণত যশস্যা লাভ কৰাৰ পাচত আহোম-ডাঙৰীয়া সকলৰ গা উঠিল ; সিবিলাকে নিজ-নিজক প্ৰধান বোলাবলৈ নিজৰ

ভিতৰতে *অৰিয়া-অৰি লগাবলৈ ধৰিলে। সেই আপাহতে, খ্রীঃ ১৬৭২ চনৰপৰা ১৬৭৯ চনলৈকে এই সাত বছৰৰ ভিতৰত ছজন ৰজাক ভঙ্গা-পতা কৰা হয়। কিয়নো, সেই কালত ৰজা হবৰ যোগ্য কোৱঁৰ ভালেমান আছিল। কেইজনমান ডাঙৰীয়া-বিষয়া এজনৰ ফলীয়া হলে, আন কেইজনমান আন এজনৰ ফলীয়া হয়। একপক্ষৰ এজন কোৱঁৰ ৰজা হলে, আন পক্ষে তেওঁক চক্রান্ত কৰি বধি আৰু আন এজনক ৰজা পাতে। এই নিচিনা অৰিয়া-অৰিত ভালেমান নির্দ্দোষী কোৱঁৰ অকালত মৰা পৰিল। যি দলৰ কোৱঁৰ ৰাজপাটত উঠে, সেই দলৰে ক্ষমতা আৰু মর্য্যাদা বাঢ়ে। সেই হেতুকে মন্ত্রীসকলৰ অৰিয়া-অৰিত অলপ কালৰ ভিতৰতে অগা-পিচাকৈ ছজন কোৱঁৰে অকালত আৰু অবাবত প্রাণ দিব লগা হয়। পাচলৈ ৰজা হবলৈ কোনো নোলোৱাত পৰিল ; যাকে আগ বঢ়োৱা যায়, সেয়ে প্রাণৰ মমতাত পিচহোঁহকা মাৰে। শেহান্তৰত চামগুৰীয়া ফৈদৰ চুলিকফা কোৱঁৰক বহুত বুজাই-বৰাই ১৬৭৯ খ্রীষ্টাব্দত ৰজা পতা হয়। তেওঁ নিচেই লৰাকালতে ৰজা হোৱাৰ কাৰণে, তেওঁক "লৰা-ৰজা" নামেও জনা যায়।

লৰা-ৰজাৰ আমোলত যিবিলাক ঘটনা হৈছিল, তাৰ ভিতৰত মছলমানৰ ১৩শ, আক্রমণ বা "ৰঙ্গামাটিৰ ৰণ", আৰু স্বামীৰ হৈ প্রাণ দিয়া মহাসতী জয়মতীৰ তনুত্যাগ এই দুটাই ঘাই।

আহোম ৰাজ্যত ৰজা ভঙ্গা-পতাৰ উৎপাত লগাৰ ছেঁপ বুজি মছলমানে ১৬৮০ খ্রীষ্টাব্দত অসমদেশ আকৌ আক্রমণ কৰিলেহি।



কোড়ঁর নাতি গদাপাণি।

প্ৰথমতে গুৱাহাটীৰ লালুকসোলা বৰফুকনে গোপনে সন্ধি পাতি ৰঙ্গামাটিৰ নবাব আজমতৰাক গুৱাহাটী এৰি দিবলৈ ফন্দ পাতিছিল। সেই কথা জনাজাত হোৱাত, তেওঁক ভাঙ্গি বন্দৰক বৰফুকন পাতি ৰণ দিবলৈ পঠিওৱা হয়। ৰঙ্গামাটিতে দুয়োপক্ষৰ মাজত এখন ৰণ লাগে। পিচে, মছলমান ৰণত ঘাটি তাৰেপৰা উলটি পলাই গল, আৰু বন্দৰ বৰফুকন গুৱাহাটীত নিগাজী হৈ ৰল।

গদাপাণি নামে তুঙ্গ্‌খঙ্গীয়া ফৈদৰ এজন বৰ বাহুবলী কোঁৱৰ আছিল। জয়মতী কুঁৱৰী তেওঁৰে মৰমৰ ভাৰ্য্যা। স্বামীৰ প্ৰতি জয়মতীৰ অগাঢ় ভক্তি আছিল। স্বামীক তেওঁ নিজৰ প্ৰাণতকৈও অধিক দেখিছিল। কোঁৱৰৰ সুখেই তেওঁৰ সুখ, আৰু কোঁৱৰৰ দুখেই তেওঁৰ দুখ হৈছিল। গদাপাণি কোঁৱৰেও তেওঁৰ ভাৰ্য্যাক বৰ আদৰ কৰিছিল। কোনো কথাত তেওঁ ভাৰ্য্যাক অসন্তোষ নিদিছিল। ভাৰ্য্যাক সন্তোষ দিয়াটো তেওঁ জীৱনৰ এটা ঘাই কাম বুলি মানিছিল। জয়মতী কুঁৱৰীৰ অনুৰোধ ৰাখিবলৈ গদাপাণি কোঁৱৰে সততে প্ৰাণপণে যত্ন কৰিছিল। এনে মিলা-প্ৰীতিৰ ওপৰত সিবিলাকৰ সুখৰ সংসাৰ চলিছিল। এই সংসাৰত সিবিলাকৰ দুটি পুত্ৰ লাভ হয়। পুত্ৰ দুটিৰ এটিৰ নাম লাই, আনটিৰ নাম লেচাই। লাই গোহাঞিদেৱেই মহাৰাজ ৰুদ্ৰসিংহ; আৰু লেচাই গোহাঞিদেৱ ককায়েকৰ ৰাজ্যতে নামৰুপীয়া ৰজা হয়। এই বিষয়ে পাচত বহলাই কোৱা হব।

লৰা-ৰজাক ৰজা পাতোঁতে যদিও অভয় দিয়া হৈছিল, তথাপি

ভিতৰি তেওঁৰ মনৰ আশঙ্কা গুচা নাছিল। তেওঁ সদায় পেটে-পেটে ভয় কৰিছিল, জানোবা তেওঁকো আগৰ ৰজাসকলৰ দৰেই কেতিয়াবা কোনোবাই বধ কৰে। সেই কাৰণে, তেওঁৰ সেই আশঙ্কা গুচাবলৈ ৰজা হবৰ যোগ্য কোঁৱৰবিলাকক তেওঁ ধৰাই আনি খুণ্ লগাই ৰাজপাটৰ অযোগ্য কৰিবলৈ ধৰিলে। এই দৰেই ভালেমান যোগ্যবান কোঁৱৰক অযোগ্য কৰা হল, বাকী ৰলগৈ কেৱল গদাপাণি কোঁৱৰ। এওঁ তুঙ্গখুঙ্গীয়া ফৈদৰ গোবৰ ৰজাৰ পুত্ৰ, নাম লাঙ্গি-গদাপাণি। গদাপাণি কোঁৱৰ বৰ বাহুবলী পুৰুষ আছিল। তেওঁক দুই-চাৰিজনে বলে নোৱাৰে; গতিকে, তেওঁক ধৰি আনিবলৈ ৰজাই সৰহকৈ এজাক ৰণুৱা মানুহ পাচিলে। গদাপাণিয়ে তথাপি ভয় কৰা নাছিল। তেওঁ অকলেই সেই ৰণুৱাজাকৰ লগত যুঁজি গা সৰুৱাবলৈ সাজু হল। কিন্তু, বুদ্ধিমতী জয়মতী কুঁৱৰীয়ে সেইটো যুগুত যেন নেদেখিলে। তেওঁ কোঁৱৰক পলাই সাৰিবলৈ হে বুদ্ধি দিলে। কিন্তু, মহা অভিমানী বীৰ গদাপাণিয়ে চেনেহৰ ভাৰ্য্যাৰ সেই সজ পৰামৰ্শ দলিয়াই পেলালে; তেওঁ যুঁজিবলৈ হে সাজু হল। পিচে, কুঁৱৰীয়ে তেওঁক নানা তৰহেৰে বুজাবলৈ ধৰিলে। অৱশেষত প্ৰিয়তমা ভাৰ্য্যাৰ কাকুতি-মিনতি এৰাব নোৱাৰি, অগত্যা নগাপৰ্ব্বতৰ ফালে আঁতৰি যাবলৈ গদাপাণি মান্তি হল। ৰজাৰ মানুহ আহি পোৱাৰ আগেয়েই তেওঁ মৰমৰ ভাৰ্য্যা আৰু চেনেহৰ পুত্ৰ দুটিক এৰি বিষাদ মনেৰে ঘৰৰপৰা বাজ হল।

গদাপাণি কোঁৱৰ নিৰুদ্দেশীয়াকৈ সাৰি যোৱাৰ বাতৰি পাই লৰা-

ৰজা ভয়ত বিহ্বল হল। তেওঁ ভাবিলে যে, এতিয়া হে তেওঁলৈ টান পৰিব। কাৰণ, গদাপাণি সাধাৰণ বীৰ নহয়। তেওঁ কোনোবা মন্ত্ৰীপক্ষৰে সৈতে যোগ হৈ সোনকালে আপদ ঘটাব। এই ভাবি লৰা-ৰজাই গদাপাণিৰ বিচাৰ বেটিকৈ লবলৈ ধৰিলে। কিন্তু, কতো একো সন্ধান পোৱা নগল। অৱশেষত তেওঁ ভাবি চালে যে, জয়মতী কুঁৱৰীয়ে অৱশ্যে স্বামীৰ সন্ধান জানে। তেওঁৰ-পৰা যেনে-তেনে উপায়েৰে সেই সন্ধান উলিয়াব লাগে। এই ভাবি, লৰা-ৰজাই নানা ভাউতিৰে জয়মতী কুঁৱৰীক সোধালে, কিন্তু তাৰ একো গুণ নধৰিল, জয়মতীয়ে স্বামীৰ সন্ধান নিদিলে। তাৰ পাচত, ৰজাই তেওঁক ৰাজ-সভাত উপস্থিত কৰাই নানা তৰহৰ ভয় দেখুৱাই সুধিলে; তথাপি জয়মতী অলপো নটলিল, তেওঁ স্বামীৰ সন্ধান নিদিওঁ বুলি নিৰ্ভয় মনেৰে সমিধান দিলে। শেহান্তৰত ৰজাই নিৰুপায় হৈ আজ্ঞা দিলে যে, জয়মতীক বান্ধি শাস্তি কৰি যেনে-তেনে উপায়েৰে তেওঁৰপৰা গদাপাণিৰ সন্ধান উলিয়াবই লাগিব।

ৰজাৰ আজ্ঞা মতে জয়মতী কুঁৱৰীক জেৰেঙ্গা পথাৰলৈ নিয়া হল। তাতে চাওদাঙ্গে তেওঁক খুটাত বান্ধি নানা শাস্তি দিবলৈ ধৰিলে। নিতৌ ন-ন শাস্তি দি সোধা হয়, কিন্তু জয়মতীয়ে ভুলতো স্বামীৰ সন্ধান নিদিয়ে। এদিন-ছুদিনকৈ একেৰাহে চৈধ্য দিন তেওঁ শাস্তি ভুঞ্জিছে, সেই শাস্তি দেখি সকলোৱে বিস্ময় মানিছে, তথাপি জয়মতীয়ে কেৰেপকে কৰা নাই, তেওঁ প্ৰাণ থাকেমানে স্বামীৰ সন্ধান নিদিয়ে। অনেকে সহিব নোৱাৰি বুজনি দিয়েহে যে, তেওঁ

স্বামীৰ কথা কৈ দি ৰক্ষা পৰক, কিন্তু জয়মতীয়ে তেনে উপদেশলৈ কটাহিকে নকৰে। শেহত ছদ্মবেশ ধৰি গদাপাণি নিজে ওচৰ চাপিলহি। কোঁৱৰে ছেগ বুজি ওচৰ চাপি কেইবাবাৰো তেওঁৰ সন্ধান দিবলৈ কুঁৱৰীক অনুৰোধ কৰিলেগৈ, কিন্তু জয়মতীয়ে সেই



জয়সাগৰ-দৌল।

কালে আওকাণ কৰি একোকে নকলে। তাৰ পাচত, ঘুৰি ঘুৰি ওচৰ চাপোঁতে জয়মতীয়ে কোঁৱৰক চিনি পালে। তেতিয়া হে তেওঁ শোকত বিহ্বলা হল। তেওঁ ভাবিলে যে, যাৰ নিমিত্তে তেওঁ অত শাস্তি, অত লাঞ্ছনা, অত সন্তাপ সহিছে, সেই স্বামীয়েই

এতিয়া নিজে ধৰাদি সকলো নাশ কৰে। ইয়াকে গুণি কুঁৱৰীয়ে টানিমানি ধৈৰ্য্য ধৰি, কোঁৱৰক সঙ্কেতত কাতৰ ভাৱে জনালে যে, তেওঁ যেন সোনকালে আঁতৰি যায়। মৰমৰ ভাৰ্য্যাৰ অতি কাতৰ ভাৱৰ সঙ্কেতত ৰব নোৱাৰি গদাপাণি অগত্যা তাৰপৰা আঁতৰ হল। শেহান্তত, ১৬০১ শকৰ ১৩ চ'তত মহাসতী জয়মতীয়ে স্বামী-গুৰুৰ চৰণ চিন্তি, সেই শাস্তিৰ ঠাইতে তনু ত্যাগ কৰি শান্তিধামলৈ প্ৰয়াণ কৰিলে। পৃথিবীত আজি সতী জয়মতী নাই, কিন্তু তেওঁক শাস্তি দিয়া ঠাইত আজিও "জয়সাগৰ" আৰু "জয়-দৌল" এই দুটি অভগন কীৰ্ত্তি-চিন্ জিলিকি আছে। আজিকালি বছৰি চ'তমাহৰ সেই তিথিত সেই পুণ্যসলিলা "জয়-সাগৰত" তীৰ্থস্নান কৰি "জয়মতী-তিথি" পালন কৰা হয়।

**গদাধৰ সিংহ।**—পত্নীৰ বিয়োগত গদাপাণিৰ মন উদাস হল। তেওঁ বিপদৰ ভয় পাহৰি যতে-ততে ফুৰিবলৈ ধৰিলে। সেই দৰে অনাই-বনাই ফুৰি ফুৰি শেহত তেওঁ গুৱাহাটীত ওলালগৈ। গুৱাহাটীত তেতিয়া বন্দৰ বৰফুকন আছিল। বন্দৰ বৰফুকন গদা-পাণিৰ আপোন ভিনিহিয়েক। তেওঁ গদাপাণিক পাই সামৰি ধৰিলে। লৰা-ৰজাৰ আচৰণত বৰফুকন আগৰেপৰা বিতুষ্ট হৈ আছিল। ৰাজধানীতো সেই বাবে অশান্তি হৈছিল। গতিকে, সেই ছেগতে গদাপাণিক লৈ বন্দৰ বৰফুকন গড়গাঁও-নগৰত উপস্থিত হলগৈ। বৰফুকনৰে সৈতে ডাঙৰীয়া-বিষয়া সকলো লগ লাগিল। সকলোৱে মিলি লৰা-ৰজাক ভাঙি, ১৬৮১ খ্ৰীষ্টাব্দত গদাপাণি কোঁৱৰক ৰজা পাতিলে। ৰজা হোৱাৰ পাচত, গদাপাণিৰ

নাম আহোম মতে চুপাত্ফা, আৰু হিন্দুমতে গদাধৰসিংহ হল, স্বৰ্গদেৱ গদাধৰসিংহ যেনে বাহুবলী, তেনে মনবলী পুৰুষ আছিল। তেওঁ লৰা-ৰজাৰ নিচিনা দুৰ্ব্বলচিত্তীয়া নাছিল। তেওঁ ৰাজধৰ্ম্ম পালন কৰোঁতে কাৰো মুখলৈ নাচাইছিল, কাৰো মমতাত নটলিছিল, কালৈকো কটাহি নকৰিছিল। এনে কি, তেওঁক ৰজা পাতোঁতে যিবিলাক বিষয়াই সহায় কৰিছিল, সিবিলাককো ৰাজদ্ৰোহী বুলি দণ্ড বিহিবলৈ তেওঁ কাতৰ নহৈছিল। কাৰণ, লৰা-ৰজা ৰাজপাটত থাকোতেই আন এজনক ৰজা পাতিবলৈ কাৰবাৰ কৰি সিবিলাকে ৰাজদ্ৰোহ পাপ আচৰণ কৰিছিল। ইয়াত বাজেও গদাধৰসিংহ মহাৰাজে দেশহিতকৰ ভালেমান ডাঙ্গৰ কাম সাধন কৰিছিল। সেই গুণে তেওঁ এজন বলৱন্ত, আৰু নীতিমন্ত ৰজা বুলি প্ৰখ্যাত।

গদাধৰসিংহ স্বৰ্গদেৱ বৰ ওখ-ডাঙ্গৰ, শকত-আৱত আৰু বাহুবলী পুৰুষ আছিল। সেই অনুসৰি, তেওঁৰ ভোজনো প্ৰচুৰ আছিল। দহ জন মানুহৰ আহাৰ তেওঁ অকলে খাইছিল। মহাৰাজ গদাধৰসিংহৰ আমোলত যিবিলাক ডাঙ্গৰ ডাঙ্গৰ ঘটনা হৈছিল, তাৰ ভিতৰত মছলমানৰ ১৪শ, বা শেহ আক্ৰমণ, মিৰি-আক্ৰমণ, নগা-আক্ৰমণ এই বিলাকেই যাই।

**মছলমানৰ শেহ আক্ৰমণ।** — খ্ৰীঃ ১৬৮৩ চনত ৰঙ্গামাটিৰ নবাব মঙ্কলখাঁই অসাম আকৌ আক্ৰমণ কৰে। তেওঁ আহি গুৱাহাটীৰ শুক্ৰেশ্বৰৰ ওচৰ পাওঁতেই তাতে সন্দিকৈ বৰফুকনে আগচি ধৰিলে। তাৰ পাচত, তাৰ ওচৰত ইটাখলি

নামে ঠাইত দুয়ো পক্ষৰ মাজত এখন ডাঙৰ ৰণ লাগিল। ৰণত মছলমান ঘাটি পলাল। বৰফুকনে মছলমানক মনাহা নৈ পাৰ কৰি খেদি থলেগৈ, আৰু সেই নৈকে আগৰ দৰেই আহোম ৰাজ্যৰ পছিম সীমা পাতিলে। এয়ে অসমত মছলমানৰ শেহ আক্ৰমণ। ইয়াৰ পাচত আৰু সিবিলাকে আহোম ৰজাক জোকাবলৈ সাহ কৰা নাই। আৰু এয়ে অসমত মছলমানৰ ১৪শ আক্ৰমণ। ইয়াকে "ইটাখুলিৰ ৰণ" বোলা যায়। মহাৰাজ গদাধৰসিংহ স্বৰ্গদেৱেই অসমত মছলমান আক্ৰমণৰ অন্ত পেলায়।

মহাৰাজ গদাধৰসিংহ স্বৰ্গদেৱৰ দিনত ভালেমান লাগতিয়াল আৰু প্ৰখ্যাত আলি, গড়, শিলৰ সাঁকো, দৌল, পুখুৰী আদি কৰোৱা হৈছিল। তাৰ ভিতৰত ধোদৰ আলি, অঁকাৰ আলি, খঁৰা গড়, দিক্ৰৈৰ শিলৰ সাঁকো, বগী দৌল আৰু পুখুৰী, বিশ্বনাথ দৌল, উমানন্দ দৌল এই বিলাকেই ঘাই।

**ৰুদ্ৰসিংহ।**—গদাধৰসিংহ স্বৰ্গী হোৱাত, তেওঁৰ বৰপুত্ৰ লাই গোহাঞিদেৱে ১৬৯৫ খ্ৰীষ্টাব্দত ৰজা হয়। ৰাজপাটত উঠি তেওঁ আহোম মতে চুখ্ৰুংফা আৰু হিন্দুমতে ৰুদ্ৰসিংহ নাম লয়। হিন্দু ধৰ্ম্মত তেওঁৰ বৰ মতি আছিল। তেওঁৰ দিনৰপৰাই হিন্দুধৰ্ম্মত আহোমৰ আসক্তি বাঢ়িল। ৰুদ্ৰসিংহ মহাৰাজে নিজে শান্তিপুৰৰ পৰা শুদ্ধ ভট্টাচাৰ্য্য গোসাঁই অনাই তেওঁত শৰণ লয়। তাৰ পাচত, তেওঁ অসম দেশৰ গোসাঁই আৰু মহন্তবিলাকক ঠায়ে ঠায়ে থিতাপিকৈ পাতি সিবিলাকৰ জীৱিকাৰ উপায় কৰি দিয়ে। সেই সময়ৰপৰাই ৰাজকীয় বিষয়ত বামুণ আৰু কাকতীসকলৰ এক্তিয়াৰ

বাঢ়িবলৈ ধৰে। প্ৰজাৰ মাজত যাতে হিন্দুধৰ্ম্মৰ চৰ্চ্চা বাঢ়ে, তাৰ নিমিত্তে ৰুদ্ৰসিংহ স্বৰ্গদেৱে বৰ পুৰুষাৰ্থ কৰিছিল। অন্যায়, অধৰম, ভণ্ডামি আদি দোষে যাতে প্ৰজাক চুবলৈ নাপায়, তেওঁ তাৰ সুদিহা কৰিছিল।

ৰুদ্ৰসিংহ মহাৰজাই কোচবিহাৰৰপৰা ঘনশ্যাম নামে এজন বিচক্ষণীয়া খনিকৰ অনাই ভাল ইটাৰ পকীঘৰ,দৌল, শিলৰ সাঁকো আদি কৰাই ৰংপুৰ নগৰখন বিতোপনকৈ পাতিছিল। তাত বাজেও তেওঁ ভালেমান আলি, পুখুৰী আদি কৰাই যুগমীয়াকৈ কীৰ্ত্তিচিন্ ৰাখিছিল। তাৰ ভিতৰত ৰংপুৰৰ কাৰেংঘৰ, নামদাঙৰ শিলৰ সাঁকো, জয়সাগৰ-পুখুৰী, জয়-দৌল এইবোৰেই ঘাই। তেওঁৰ মাতৃ সতী জয়মতীক লৰা-ৰজাই যি ঠাইত বন্ধাই শাস্তি দিয়াইছিল, সেই ঠাইকে সমাজ কৰি, ১৭০০ খ্ৰীষ্টাব্দত তেওঁ, "জয়-সাগৰ" নামে এটা প্ৰকাণ্ড পুখুৰী খনালে। আৰু, তাৰ পাৰতে তেওঁ জয়-দৌল নামে স্বৰ্গীয়া সতী মাতৃৰ কীৰ্ত্তিমন্দিৰ বন্ধাই দিলে। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ আমোলত ভালেমান ডাঙৰ ডাঙৰ ঘটনা হৈছিল। তাৰ ভিতৰত কছাৰি আৰু জয়ন্তীয়া ৰাজ্য দখল, জয়ন্তীয়া বিদ্ৰোহ, বিশ্বনাথৰ দৰবাৰ এইবোৰেই ঘাই। পাচত কছাৰি আৰু জয়ন্তীয়া ৰজাৰ উৎপত্তিৰ কথা কওঁতে এই দুই বিষয়ে আকৌ বহলাই কোৱা হব।

**শিৱসিংহ।**—ৰুদ্ৰসিংহৰ পাচত তেওঁৰ বৰপুতেক শিৱসিংহ ৭১৪ খ্ৰীষ্টাব্দে ৰজা হয়। তেওঁৰ আহোম নাম চুতনফা। পিতৃৰ আহিৰেই তেওঁৰো হিন্দুধৰ্ম্মত বৰ মতি আছিল। তেওঁ

ৰাজপাটত উঠি শান্তিপুৰৰপৰা কৃষ্ণৰাম ন্যায়বাগীশ নামে এজন শুদ্ধ ভট্টাচাৰ্য্য গোসাঁই অনাই তেওঁত শৰণ লয়। এই জনা গোসাঁইক উজনিত আৰু কামৰূপত ভালেমান ব্ৰহ্মোত্তৰ মাটি দান কৰা হয়। গুৱাহাটীৰ নীলাচল পৰ্ব্বতত তেওঁৰ সত্ৰ আছিল। সেই কাৰণে, তেওঁক "পৰ্ব্বতীয়া গোসাই" বোলা হয়।

**ফুলেশ্বৰী কুৰঁৰী।**— শিৱসিংহ স্বৰ্গদেৱে জ্যোতিষৰ গণনামতে তেওঁৰ ছত্ৰভঙ্গ-যুগ পৰাত আপোন ইচ্ছাৰে ৰাজপাট এৰি দিয়ে। তেওঁ ৰজা থাকিলত তেওঁৰ ভাৰ্য্যা ফুলেশ্বৰী কুৰঁৰী মহাৰাণী হয়। তেওঁৰ আন এটা নাম প্ৰমতেশ্বৰী। এই নামেই ৰজাৰূপ আৰু সোণৰ মোহৰ মৰোৱা হৈছিল। তেওঁৱেই আহোমৰ প্ৰথম মহাৰাণী। মহাৰাণী ফুলেশ্বৰী কুৰঁৰীৰ দিনত কামৰূপ আৰু বৰটাত মাটি পীয়ল্ হয়। তেতিয়াৰপৰাই মাটিৰ জমাবন্দী, আৰু "পেৰাৰ কাকত"ৰখাৰ নিয়ম চলে। সেই কাকতত বস্তীত বাজে সকলোবিধ আবাদী আৰু নিষ্কৰ মাটিৰ বৰ্ণনা লিখি ৰখা হৈছিল।

**অম্বিকা কুৰঁৰী।**—ফুলেশ্বৰী কুৰঁৰী স্বৰ্গী হোৱাত, তেওঁৰ ভনীয়েক দ্ৰৌপদীক স্বৰ্গদেৱ শিৱসিংহই বিয়া কৰায়। তাৰ পাচত, তেওঁক মদাম্বিকা নাম দি আহোম ৰাজপাটত তুলি মহাৰাণী পতা হয়। বায়েকৰ আহিৰেই তেওঁৰ নামেও ৰূপ আৰু মোহৰ মৰোৱা হয়। তেওঁৱেই ১৭২০ খ্ৰীষ্টাব্দত "শিৱসাগৰ" পুখুৰী খনাই তাৰ পাৰত শিৱদৌল, দেবীদৌল, আৰু বিষ্ণুদৌল নামে তিনটা বিতোপন দৌল সজায়। শিৱদৌলৰ নিচিনা শিলৰ পকী

গাঁঠনীৰে সিমান ওখ আৰু তেনে ধুনীয়া দৌল ভাৰতবৰ্ষৰ আনঠাইত কতো দেখিবলৈ পোৱা নাযায়। এই দৌলে এতিয়াও শিৱসাগৰৰ নাম জিলিকাই ৰাখিছে।

**সৰ্ব্বেশ্বৰী কুৱঁৰী।**—মদাম্বিকা কুৱঁৰী স্বৰ্গী হোৱাত,



শিৱদৌল।

স্বৰ্গদেৱে সলাল গোহাঞিৰ জীয়াৰী অনাদৰীক বিয়া কৰায়। তাৰ পাচত, তেওঁক সৰ্ব্বেশ্বৰী নাম দি মহাৰাণী পতা হয়। আগৰ দুগৰাকী মহাৰাণীৰ আহিৰে তেওঁৰ নামেও ৰূপ আৰু মোহৰ মৰোৱা হয়।

**ৰাজেশ্বৰ সিংহ।**—১৭৪৪ চনৰপৰা ১৭৬৯ চনলৈকে

দুজন ৰজা হয়। এজন প্ৰমত্তসিংহ, ইজন ৰাজেশ্বৰসিংহ। প্ৰমত্ত-সিংহ স্বৰ্গদেৱৰ দিনত আহোমৰ দিনৰ গৌৰৱৰ বৰ্ঢ়োৱা কাম একো হোৱা নাই, মাত্ৰ কিছুমান দৌল, মন্দিৰ আৰু পকীঘৰ সজোৱা হৈছিল। তাৰ ভিতৰত ৰংপুৰ নগৰৰ "ৰংঘৰ" যাই। এই বিতোপন পকীঘৰটো ১৭৪৬ খ্ৰীষ্টাব্দত সজোৱা হৈছিল। এই ঘৰৰ ওপৰ-



ৰংপুৰৰ ৰংঘৰ।

মহলাত বহি ৰজাই মহযুঁজ, হাতীযুঁজ, পখীযুঁজ, মালযুঁজ আদি ৰং চাইছিল। পুৰণি ৰংপুৰ নগৰত এই ৰংঘৰ এতিয়াও জিলিকি আছে। ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনত গোটাচেৰেক ডাঙৰ লেখত লবলগীয়া ঘটনা হৈছিল। তাৰ ভিতৰত ডফলাৰ উৎপাত, মিকিৰ-

দমন, "লুভা-কটা ৰণ" এই কেইটা ঘাই। তাত বাজেও ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱৰ দিনত কিছুমান বিতোপন দৌল, মন্দিৰ, পকীঘৰ সজোৱা হৈছিল। সেইবোৰৰ কীৰ্ত্তিচিন্ এতিয়াও আছে। তাৰ ভিতৰত ৰংপুৰৰ "তলাতল-ঘৰ", গুৱাহাটীৰ "নবগ্ৰহ মন্দিৰ",



ৰংপুৰৰ তলাতল-ঘৰ।

'ৰশিষ্ঠাশ্ৰম মন্দিৰ" এইবোৰ লেখত লবলগীয়া। তলাতল-ঘৰৰ তলে তিনি মহলা, ওপৰে তিনি মহলা আৰু মাটিৰ সমানে এক মহলা। ই এটা বৰ আচৰিত ধৰণৰ সাতমহলীয়া পকীঘৰ। মাটিৰ তলৰ এটা মহলাৰপৰা তলে তলে এটা ভাঙ্গৰ নলা বা সুৰুঙা দিখৌ

নৈৰ ওলায়ছেগৈ। শক্ৰুৱে বেৰি ধৰিলে ৰজাই সেই সুৰুঙ্গাই দি ওলাই গুচি যাবলৈ দিহা লগোৱা আছিল।

মুঠ-কথা।—খ্ৰীঃ ১৬৭৯ চনৰপৰা ১৭৬৯ চনলৈকে এই ৯০ বছৰৰ ভিতৰত আহোমৰ দিনৰ গৌৰৱ ৰবকৈ বাঢ়িছিল। তাৰ ঘাই ঘাই চিনৰ ভিতৰত এই কেইটা আটাইতকৈ ঘাই। যেনে,—মহাসতী জয়মতীৰ পুণ্যকীৰ্ত্তি, মহাৰাজ গদাধৰসিংহৰ বীৰত্ব, মহাৰাজ ৰুদ্ৰসিংহৰ ৰাজনীতি, আহোম মহাৰাণীৰ মহত্ত্ব, জয়সাগৰ, জয়দৌল, শিৱসাগৰ, শিৱদৌল, ৰংঘৰ, তলাতল ঘৰ, উমানন্দ-মন্দিৰ, বশিষ্ঠাশ্ৰমৰ মন্দিৰ, নৱগ্ৰহমন্দিৰ ইত্যাদি। সেই কালৰ আদিছোৱাত মছলমানৰ অসম-আক্ৰমণৰ অন্ত পৰে; তাৰ মাজছোৱাৰপৰা হিন্দুধৰ্ম্মত আহোমসকলৰ আসক্তি বাঢ়িবলৈ ধৰে; আৰু শেহছোৱাত অসমীয়া সমাজে এটা ভাল গঢ় লৈ উঠে।

---

# ৬। পাঠ।

## আহোমৰ দিনৰ অৱনতি।

## মোৱাঁমৰীয়াৰ বিদ্ৰোহ।

শিৱসিংহ স্বৰ্গদেৱৰ পাচৰপৰা আহোমৰ দিন পৰি আহিবলৈ ধৰে। কিন্তু, সেই পতন তেওঁৰ দিনৰপৰাই আৰম্ভ হয়। মহাৰাণী

ফুলেশ্বৰী কুৰঁৰীয়ে ভাবিছিল যে, ৰজাৰ যি ধৰ্ম্ম প্ৰজাৰো সেই ধৰ্ম্ম হোৱা উচিত। ৰজাই গোসাঁনী পূজা কৰে, গতিকে প্ৰজায়ো গোসাঁনী মানিব লাগে। কিন্তু, মোৱাঁমৰীয়া বৈষ্ণৱসকলে আকৌ গোসাঁনী নামানে। সেই কথাত কুৰঁৰী অসন্তুষ্ট হৈছিল। পিচে, তেওঁ এবাৰ দুৰ্গাপূজা পাতি তালৈ মোৱাঁমৰীয়া মহন্তসকলক নিমন্ত্ৰণ কৰিলে। ৰাজ-আজ্ঞা অমান্য কৰিব নোৱাৰি বৈষ্ণৱসকল পূজালৈ আহিল। সেই ছেগতে ফুলেশ্বৰী কুৰঁৰীয়ে গোসাঁনী নমনা বৈষ্ণৱসকলক বৰ অত্যাচাৰ কৰায়। তেওঁৰ আজ্ঞা মতে পূজাৰি আৰু দেউৰীবিলাকে বৈষ্ণৱসকলৰ কপালত বলি-কটা ছাগলিৰ তেজৰ ফোঁট দি, আৰু গোসাঁনীৰ প্ৰসাদ কটিয়াই সিবিলাকক নগুৰশাস্তি কৰিলে। এই কথা মহন্তসকললৈ অতি অসহনীয় হল। সিবিলাকে ইয়াৰ প্ৰতিশোধ দিবলৈ মনে মনে সঙ্কল্প কৰিলে, আৰু তলে তলে তাৰ নিমিত্তে যোগা কৰিবলৈ ধৰিলে। এয়ে মোৱাঁমৰীয়া বিদ্ৰোহৰ সূত্ৰপাত।

**মোৱাঁমৰীয়াৰ ১ম, বিদ্ৰোহ।**—এই বিদ্ৰোহৰ আয়োজন পকি উঠিছে, এনেতে ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ ভায়েক লক্ষ্মীসিংহ কোৱঁৰ ৰাজপাটত উঠে। তেওঁ বৰ ঢিলা-বান্ধৰ ৰজা আছিল। এই জনা স্বৰ্গদেৱৰ দিনত কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱা এজন প্ৰতাপী বিষয়া আছিল। তেওঁ ৰজাক হাত কৰি লৈ ভালেমান শকত কাম কৰিছিল। এনে কি, ৰাজক্ষমতাৰে তেওঁ সেই কালৰ ভালেমান বুৰঞ্জী গোটাই আনি পুৰি ছাই কৰিছিল। ইয়াৰ উদ্দেশ্য আছিল তেওঁৰ গাৰ কেৰোণ গুচোৱা। তেওঁ

এজন সৰুৰ পৰা ডাঙৰ হোৱা পুৰুষ। তেওঁ কাঁড়ীৰ কাঁকতৰ পৰা নাম নকটোৱাকৈ আৰু চমুৱাৰ কাকতত নাম নলগোৱাকৈ বিষয়ালৈ উঠিছিল। সেই কথা জনাজাত হোৱাত বিষম পাই তেওঁ সেই আপাহতে বুৰঞ্জীবিলাক পুৰি অন্ত পেলাবলৈ ধৰিছিল। ৰজাক সন্তোষ দিবৰ মনেৰে কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই মহন্তবিলাকক নানা তৰহৰ লাঞ্ছনা দিছিল। পাচলৈ সেই লাঞ্ছনা অসহনীয় হৈ উঠাত, মোৱাঁমৰীয়াবিলাকে দেখাদেখিকৈ বিদ্ৰোহ তুলিলে। ৰাঘৱ-মৰাণ নামে এজন মৰাণ, আৰু নাহৰ-খোৰা নামে এজন মটক এই দুই সেনাপতিৰ তলে মোৱাঁমৰীয়াবিলাকে ১৭৬৯ খ্ৰীষ্টাব্দত ৰজাৰ নগৰ আক্ৰমণ কৰিলেগৈ। বৰবৰুৱাই জোৱাঁয়েক ডেকা-ফুকনক এজাক ৰণুৱা দি মোৱাঁমৰীয়াৰ বিদ্ৰোহ দমাবলৈ পঠিয়ালে। দুয়ো দলৰ মাজত তয়াময়া ৰণ লাগিল। সেই ৰণত বিদ্ৰোহী দলৰ ফলীয়া হৈ ৰাঘৱ মৰাণৰ ঘৈণীয়েক ৰাধাৰুক্মিণীয়েও ধেনু-কাঁড় লৈ ৰণ কৰিছিল। তেওঁ ৰণত গা বঁচোৱাত বৰ পাকৈত আছিল, গতিকে তেওঁৰ গাত কোনেও হিলৈৰ গুলি লগাব নোৱাৰিছিল। সেই আপাহতে কোনোবাই এনে জনৰৱ তুলি দিলে যে, ৰাধা-ৰুক্মিণীয়ে আঁচল পাতি গুলি ধৰে। তেওঁ মানৱী নহয়, সাক্ষাৎ ৰণচণ্ডীয়ে ৰণ দিছেহি। এই কথা প্ৰচাৰ হোৱা মাত্ৰে, ৰজাৰ সেনা চিটিকি পলাবলৈ ধৰিলে। মোৱাঁমৰীয়া নগৰ সোমাওঁ-সোমাওঁ হলহি। এনেতে কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই এজাক তেজী ৰণুৱা লৈ নিজে ৰণ দিলেহি। কিন্তু, উত্ৰাৱল মোৱাঁমৰীয়াৰ আগত ৰজাঘৰীয়া ৰণুৱা ঠাৱৰিব নোৱাৰি পলাবলৈ ধৰিলে। বৰ-

খকৰা বন্দী হল। ৰণত জিকি মোৱাঁমৰীয়া নগৰ সোমাল। তাৰ পাচত, সিহঁতে লক্ষ্মীসিংহ স্বৰ্গদেৱক বন্দী কৰি, নাহৰ-খোৱা মটকৰ পুতেক ৰমাকান্তক ৰজা পাতিলে। ৰজা হৈ ৰমাকান্তই আহোমৰ আঁঠচুকীয়া মোহৰৰ সলনি তেওঁৰ নামে ন-চুকীয়া মোহৰ মৰালে। মোৱাঁমৰীয়াবিলাকে কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাক নচঁচা বাঁহত পিং দি বধি, ৰাঘৱ মৰাণক বৰবৰুৱা পাতিলে। অসমদেশৰ উজনি খণ্ডত "আহোমৰ দিন" গুচি মোৱাঁমৰীয়া, মটক আৰু মৰাণৰ দিন হল! কিন্তু সেই দিন সৰহ দিনলৈ নিটিকিল। পাচলৈ মোৱাঁমৰীয়া মটকৰ উৎপাত অসহনীয় হোৱাত ঘনশ্যাম বুঢ়াগোহাঞি ডাঙৰীয়াই বিষয়া সকলেৰে লগ-লাগি সিহঁতক ৰণত ঘটাই বশ কৰিলে, আৰু স্বৰ্গদেৱক মুক্ত কৰি দেশত আকৌ শান্তি থাপিলে। এয়ে মোৱাঁমৰীয়াৰ প্ৰথম বিদ্ৰোহ।

**মোৱামৰীয়াৰ ২য়, বিদ্ৰোহ।**—ঘনশ্যাম বুঢ়া-গোহাঞি ডাঙৰীয়া বৰ জ্ঞানী লোক আছিল। ৰাজনীতি তেওঁ ভালকৈ বুজিছিল। তেওঁ মোৱাঁমৰীয়াবিলাকক অকল যে ৰণত জিনিয়েই বশ কৰিছিল এনে নহয়, তেওঁ সেই উত্ৰাৱল মানুহবিলাকক বুজাই-বৰাই শান্ত কৰিছিল। কিন্তু, তেওঁৰ সেই সজ বুদ্ধি বেচি দিনলৈ নৰজিল। স্বৰ্গদেৱ লক্ষ্মীসিংহৰ পাচত, তেওঁৰ পুতেক গৌৰীনাথসিংহ ১৭৮০ খ্ৰীষ্টাব্দত ৰজা হয়। তেওঁ ৰজা হৈয়ে মোৱাঁমৰীয়াবিলাকক আকৌ অত্যাচাৰ কৰিবলৈ ধৰিলে। মোৱাঁমৰীয়া বুলিলেই তেওঁ অলপ দোষত গুৰু দণ্ড

দি সিবিলাকৰ প্ৰতি নিষ্ঠুৰ ব্যৱহাৰ কৰিবলৈ ধৰিলে। এনে অন্যায় আচৰণ সহিব নোৱাৰি নিটাল মৰা মোৱাঁমৰীয়া আকৌ জিকাৰি উঠিল। সিবিলাকে আকৌ বিদ্ৰোহ তুলি পোনেই ৰজাৰ শিঙৰি-ঘৰত জুই লগাই দিলে। এই ঘটনাই নগৰত আকৌ তোলপাৰ লগালে। কিন্তু, এই বিদ্ৰোহ পকি উঠিবলৈ নৌ পাওঁতেই ঘনশ্যাম বুঢ়াগোহাঞি ডাঙৰীয়াই আকৌ মোৱাঁমৰীয়াবিলাকক বুজাই-বৰাই শান্ত কৰিলে। এয়ে মোৱাঁমৰীয়াৰ দ্বিতীয় বিদ্ৰোহ।

**মোৱাঁমৰীয়াৰ তৃতীয় বিদ্ৰোহ।**—দ্বিতীয়বাৰৰ বিদ্ৰোহ অলপ চেঁচা পৰিছিল বুলিও, সি তেনেই মুমাবলৈ নাপালে। এনেতে, ঘনশ্যাম ডাঙৰীয়াৰ মৃত্যু হোৱাত, পুতেক পূৰ্ণানন্দ গোহাঞিদেৱে বুঢ়াগোহাঞি ডাঙৰীয়াৰ বাব পায়। সেই ছেগতে মোৱাঁমৰীয়াবিলাক আকৌ মূৰ দাঙি উঠিল। সিবিলাকে গৌৰীনাথসিংহ স্বৰ্গদেৱৰ নিষ্ঠুৰ আচৰণৰ কথা পাহৰা নাছিল, ঘনশ্যাম ডাঙৰীয়াৰ মুখলৈ চাই হে নিটাল মাৰি বৈছিল। গতিকে, ডাঙৰীয়া ঢুকালত মোৱাঁমৰীয়াবিলাক আকৌ উগ্ৰাৱল হৈ উঠিল। সিবিলাকে এইবাৰ বিষম আক্ৰোশেৰে ৰজাৰ নগৰ আক্ৰমণ কৰিলেহি। পিতৃৰ আৰ্হিৰেই পূৰ্ণানন্দ বুঢ়াগোহাঞি ডাঙৰীয়াও এজন বিচক্ষণীয়া পুৰুষ আছিল। বিদ্ৰোহীবিলাকে হঠাতে আহি বেৰি ধৰাত তেওঁ বিবুদ্ধি নহল। ডাঙৰীয়াই স্বৰ্গদেৱক গোপনে গুৱাহাটীলৈ পাৰ কৰি, নিজে অকলে নগৰ ৰখীয়া হৈ থাকিল। ইফালে বাহিৰত মোৱাঁমৰীয়াবিলাক ৰণত জিকিল বুলি চাৰিওফালে বাতৰি বিয়াপি পৰিল। মোৱাঁমৰীয়াই ভৰতসিংহ

নামে এজন মটকক ৰজা পাতি লৈ, আকৌ আগৰ দৰে “আহোমৰ দিন” গুচাই “মটকৰ দিন” ঘোষণা কৰিলে। এনে ছেগতে আগৰ তলতীয়া কছাৰি ৰজা, জয়ন্তা ৰজা আৰু দৰঙ্গী ৰজা ইবিলাকো মূৰ দাঙ্গি উঠিল। এই দৰে কেইবা ফালৰপৰা কেইবাটাও হেঁচা একে সময়তে পৰাত পূৰ্ণানন্দ ডাঙ্গৰীয়াৰ বিষম আপদ মিলিল। তথাপি, সিমানতো ডাঙ্গৰীয়া বিতত নহল। এনে অৱস্থাতো তেওঁ সিংহৰ দৰে অকলে একেৰাহে ছবছৰ কাল নগৰ ৰক্ষা কৰি আছিল। এনেতে, সিফালে স্বৰ্গদেৱে গুৱাহাটীৰপৰা বিকা মজুমদাৰক কটকী পঠিয়াই “ইষ্ট ইণ্ডিয়া কোম্পানীৰ” ওচৰত সহায় খুজিলে। তেতিয়া লৰ্ড কৰ্ণওৱালিচ ভাৰতবৰ্ষৰ গৱৰ্ণৰ জেনেৰেল আছিল। পিচে, আহোমৰ কটকীৰ প্ৰাৰ্থনা মতে কেপ্টেইন ওৱেলচ্ চাহাবক এটা বৃটিচ্ ফৌজ দি আহোম ৰজাক সহায় কৰিবলৈ পঠিওৱা হয়। তেওঁ আহি গুৱাহাটী পায়েই প্ৰথমে কছাৰী, জয়ন্তা আৰু দৰঙ্গী ৰজাক দমাই আকৌ আহোম ৰজাৰ তলতীয়া কৰিলে ; তাৰ পাচত বৃটিচ্ সেনাপতিয়ে স্বৰ্গদেৱক লগত লৈ উজাই নগৰ সোমালেহি। তেতিয়ালৈকে পূৰ্ণানন্দ বুঢ়াগোহাঞি ডাঙ্গৰীয়াই শত্ৰুক ভিতৰ সোমাব নিদিয়াকৈ নগৰ ৰক্ষা কৰি আছিল। বৃটিচ্ ফৌজ গৈ পোৱা মাত্ৰকে মোৱাঁমৰীয়াবিলাকে সিবিলাকক বেৰি ধৰিলেহি। বাহিৰত বৃটিচৰ ফৌজে ৰণ দিওঁতে গড়ৰ ভিতৰৰপৰা আহোম ফৌজে সহায় কৰিবলৈ ধৰিলে। এই দৰে কিছুপৰ ৰণ লগাৰ পাচত, মোৱাঁমৰীয়াবিলাকে ঠাৱৰিব নোৱাৰি পলাবলৈ ধৰিলে। খ্ৰীঃ ১৭৯৩ চনত গৌৰীনাথসিংহ

স্বৰ্গদেৱে আকৌ নগৰ চম্‌জি ললে। কেপ্টেইন ওৱেলচ্‌ বঙ্গদেশলৈ উলটি গলগৈ। এয়ে মোৱাঁমৰীয়াৰ তৃতীয় বা শেহ বিদ্ৰোহ।

মুঠ-কথা।—খ্ৰীঃ ১৭৬৯ চনৰপৰা ১৭৯৩ চনলৈকে এই ২৪ বছৰৰ ভিতৰত "আহোমৰ দিন" বিষমকৈ পৰে। ভিতৰুৱা উৎপাতেই তাৰ কাৰণ। তাৰ ভিতৰত মোৱাঁমৰীয়াৰ বিদ্ৰোহেই মাই। এই বিদ্ৰোহ তিনিবাৰ উঠিছিল। তাৰ উৎপাতত আহোম ৰাজ্যত তোলপাৰ লাগি উঠিছিল। আৰু, তাৰ ফলত অসমৰ উজনি খণ্ডত মহা আকাল লাগিছিল। সেই অকালত এটেমী চাউলৰ বেচ্‌ ১৲এটকা হৈছিল। এনে আপদৰ কালত ছেগ বুজি ঠায়ে-ঠায়ে ভালেমান সৰু-সৰু শাসনকৰ্ত্তায়ো মূৰ দাঙ্গি উঠিছিল। যেতিয়া আকৌ সুদিন আহিল, তেতিয়া সেইবিলাকক "নপতা-ফুকন" বুলি ইতিকিং কৰা হৈছিল।

—o—

# ৭। পাঠ।

—:*:—

আহোমৰ দিনৰ সাঁৎৰণি।

—*—

## মানৰ দিন।

মোৱাঁমৰীয়াৰ বিদ্ৰোহ মাৰ যোৱাৰ পাচত, ৰংপুৰৰপৰা যোৰহাটলৈ ৰাজধানী তুলি নিয়া হয়। তাৰ এবছৰৰ পাচতে

স্বৰ্গদেৱ 'গৌৰীনাথসিংহ স্বৰ্গী হল। তেওঁৰ পাচত, ১৭৯৫ খ্ৰীষ্টাব্দত, ৰুদ্ৰসিংহ মহাৰজাৰ ভায়েক নামৰূপীয়া ৰজা লেচাই গোহাঞিদেৱৰ নাতিৰ-নাতি কিণাৰাম গোহাঞিদেৱক ৰজা পতা হয়। ৰজা হোৱাৰ পাচত, তেওঁ কমলেশ্বৰসিংহ নাম লয়। তেওঁৰ দিনত নগৰ শাঁত আছিল যদিও, ভিতৰি ৰাজ্যত সুখ-শান্তি নাছিল। পূৰ্ণানন্দ বুঢ়াগোহাঞি ডাঙৰীয়া আৰু কলিয়া-ভোমোৰা বৰফুকনৰ বলত মাথোন তেওঁ নিৰাপদে ১৬ বছৰ ৰাজপাট খাইছিল। তেওঁ স্বৰ্গী হোৱাত, তেওঁৰ ভায়েক চন্দ্ৰকান্তসিংহক ৰজা পতা হয়। ৰাজপাটত উঠোঁতে তেওঁৰ বয়স মুঠেই ১২ বছৰ হৈছিল। সেই কাৰণে, তেওঁ নামত হে ৰজা আছিল, ৰাজ্য চলাইছিল পূৰ্ণানন্দ বুঢ়াগোহাঞি ডাঙৰীয়াই।

লৰাকালত চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱে সাধাৰণ লৰা-ছোৱালীৰ লগত উমলিয়েই দিন নিয়াইছিল। সেই ছেগতে গোটাদিয়েক সামান্য মানুহৰ লৰাই স্বৰ্গদেৱৰ ৰবকৈ আঁশে পাই উঠিছিল। তাৰ ভিতৰত ভুত নামেৰে কুকুৰাচোৱা ৰৰা এজনৰ পুতেক শতৰাম ঘাই। শতৰামে ৰজাৰ লাই পাই ভেম্ ধৰি উঠিলে। পাচলৈ সি কাকো গণিতাকে নকৰা হল। আন কি, ৰাজ্যৰ 'ধৰণী যেন পূৰ্ণানন্দ বুঢ়াগোহাঞি ডাঙৰীয়াৰে সৈতেও সি ফেৰ পতা হল। এই কথা অসহনীয় হোৱাত ডাঙৰীয়াই তাৰ উচিত বিধান কৰিবলৈ মন দিলে। তাৰ গম্ পাই ইফালে শতৰামেও আগৰ লগৰীয়া ভালেমান ডাঙৰীয়া-বিষয়াৰ লৰাৰে সৈতে গোট খাই ডাঙৰীয়াৰ অপকাৰ কৰিবলৈ আলচ পাতিলে। আন কি,

সেই বিষয়ত গুৱাহাটীৰপৰা বদনচন্দ্ৰ বৰফুকনেও তলে তলে শতৰামক উদ্গাই টিপ দিছিল। কাৰণ, পূৰ্ণানন্দ ডাঙ্গৰীয়াৰে সৈতে বদনচন্দ্ৰ বৰফুকনৰ পেটে পেটে ভাল নাছিল। পিচে, যথাসময়ত বৰমুৰীয়া বিষয়াসকলৰে সৈতে তিনিওজনা ডাঙ্গৰীয়া চৰাত বহিল। তিনিওজনা ডাঙ্গৰীয়া একেলগে চৰাত বহিলে ৰজাকো ভাঙ্গিব পাৰে। সেই কাৰণে, স্বৰ্গদেৱ চৰালৈ নোলাল। বিচাৰত শতৰামক নগৰৰ বাজকৈ আঁতৰাই বন্দী কৰিবলৈ স্থিৰ হল। শতৰামৰ লগত ভালেমান ডাঙ্গৰীয়া-বিষয়াৰ লৰাও যোগ আছিল। সেই কাৰণে, সেই কথা লৈ উজনি অসমত তোলপাৰ লাগি পৰিছিল। ইয়াকে "কুকুৰাচোৱা ভুতৰ পুতেকৰ খবৰ" বোলে।

"কুকুৰাচোৱা ভুতৰ পুতেকৰ খবৰ" যেতিয়া গুৱাহাটী পালেগৈ, তেতিয়া বদনচন্দ্ৰ বৰফুকন ভয়ত অস্থিৰ হৈ পৰিল। কাৰণ, সেই সময়ত তেওঁ কামৰূপীয়া প্ৰজাৰ ওপৰত বৰ অত্যাচাৰ কৰিছিল; আৰু নগৰত ডাঙ্গৰীয়াই তাৰ সম্ভেদ পাই আছিল। তাতে শতৰামৰ লগত বৰফুকন ভিতৰি যোগ থকা কথাও ওলাই পৰিল। এনেতে, পূৰ্ণানন্দ বুঢ়াগোহাঞি ডাঙ্গৰীয়াই নগৰৰ ভিতৰৰ উৎপাত গুচাই লৈ কামৰূপৰ ফালে মন দিলে। বদনচন্দ্ৰ বৰফুকনক ধৰি আনিবৰ নিমিত্তে মহেশ্বৰ পৰ্ব্বতীয়া ফুকনক গুৱাহাটীলৈ পঠিওৱা হল। কিন্তু, এই কথাৰ সম্ভেদ বদনচন্দ্ৰই আগধৰিয়েই পালে। বৰফুকনৰ জীয়েক পিজৌ গাভৰু বুঢ়াগোহাঞি ডাঙ্গৰীয়াৰ বোৱাৰীয়েক। তেওঁৰ দেউতাকৰ বিৰুদ্ধে নগৰত যি আয়োজন হৈছিল, তাৰ বিষয়ে তেওঁ গোপনে

গুৱাহাটীলৈ লিখি পঠিয়ালে। সেই কাৰণে, মহেশ্বৰ ফুকন গৈ গুৱাহাটী নৌ পাওঁতেই বদনচন্দ্ৰ বৰফুকন পলাই কলিকতালৈ গুচি গল। তাৰ পাচত, তেওঁৰ ঠাইত ঘনশ্যামক বৰফুকন পতা হল।

**মানৰ ১ম, আক্ৰমণ।**—বদনচন্দ্ৰ কলিকতাত গৈ বহি থকা নাছিল। তেওঁ সহায় বিচাৰি সেই কালৰ গৱৰ্ণৰ জেনেৰেল লৰ্ড মেয়োৰ কাষ চাপিলগৈ। কিন্তু, বদনচন্দ্ৰক সহায় কৰিবলৈ গৱৰ্ণৰ জেনেৰেল চাহাব মান্তি নহল। গতিকে, তেওঁ হতাশ হৈ উলটিবলৈ ধৰিছিল। এনেতে, বৰ্ম্মা দেশৰ ৰজাৰ এজেণ্ট এজনৰে সৈতে তেওঁৰ সাক্ষাৎ হয়। এজেণ্টৰ আগত তেওঁ সকলো কথা বিবৰি কলে। তাৰ পাচত, সেই এজেণ্ট জনে বদনচন্দ্ৰক তেওঁৰ লগতে লৈ গৈ বৰ্ম্মা ৰজাৰ ওচৰত ভেঁটালেগৈ। এজেণ্টৰ কথা মতে বদনচন্দ্ৰক সহায় কৰিবলৈ ৰজা মান্তি হল। সেই মতে বদনচন্দ্ৰই ছহেজাৰ মান-সেনা লগত লৈ, মণিপুৰে দি ঘুৰি, নামৰূপত সোমাই, ১৮১৬ খ্ৰীষ্টাব্দত আহোমৰাজ্য আক্ৰমণ কৰিলেহি। পূৰ্ণানন্দ বুঢ়াগোহাঞি ডাঙ্গৰীয়াৰ সেই সময়ত টান নৰিয়া। তথাপি, নৰিয়া-গাৰেই ডাঙ্গৰীয়াই এজাক ৰণুৱা পঠিয়াই ঘিলাধাৰী নামে ঠাইতে বদনচন্দ্ৰক ভেটা দি ৰখালে। কিন্তু, ৰণত ৰজাঘৰীয়া সেনা ঘাটিল। সেই ছেগতে মান-সেনাৰে সৈতে বদনচন্দ্ৰ নগৰ সোমালহি। ডাঙ্গৰীয়াই নৰিয়া-গাৰেই আকৌ ভালকৈ ৰণ দিবলৈ যোবা কৰিছিল, এনেতে নৰিয়া টান হোৱাত তেখেত ঢুকাল। পূৰ্ণানন্দ বুঢ়াগোহাঞি ডাঙ্গৰীয়া ঢুকালত ৰজাৰ ফলীয়া সকলো মানুহ হতাশ হল। তাৰ পাচত,

ডাঙ্গৰীয়াৰ পুতেক ৰুচিনাথ গোহাঞিদেৱে দেউতাকৰ বিষয়-বাব লৈ লৰা-লৰিকৈ আকৌ ৰণৰ দিহা কৰিবলৈ ধৰিলে। কিন্তু, ইতিমধ্যত মানহঁতে নগৰৰ ভিতৰ সোমাই তালকৈ খোপনি পিটি লোৱাত তেওঁৰ সকলো যত্ন বিফল হল। ৰুচিনাথ বুঢ়াগোহাঞি ডাঙ্গৰীয়া নিৰুপায় হৈ আঁতৰি গুৱাহাটী পালেগৈ। তাৰ পাচত, চন্দ্ৰকান্তসিংহ শৰণাগত হোৱাত, তেওঁকে ৰজা ৰাখি বদনচন্দ্ৰই "মন্ত্ৰীফুকন" নাম লৈ ৰাজ্য চলাবলৈ স্থিৰ কৰিলে। এই দৰে, বদনচন্দ্ৰৰ উদ্দেশ্য সিদ্ধি হোৱাত, তেওঁ তুঙ্গখুঙ্গীয়া ফৈদৰ বগা কোৱঁৰৰ আইদেও এগৰাকীক বৰ্ম্মা ৰজাত বিয়া দিবলৈ পঠিয়াই সেই ৰজাৰে সৈতে মিত্ৰিৰ পাতিলে। তাৰ পাচত, তেওঁ ভালেমান ধন-বস্তু দি মানহঁতক সন্তুষ্টকৈ বিদায় দিলে। এয়ে অসমত মানৰ প্ৰথম আক্ৰমণ।

**মানৰ দ্বিতীয় আক্ৰমণ।**—মান উলটি যোৱাৰ পাচত, বদনচন্দ্ৰ বৰফুকন আহোম ৰাজ্যৰ আচল গৰাকী হৈ ৰহিল। চন্দ্ৰকান্তসিংহ নামত মাথোন ৰজা, কিন্তু ৰজাৰ ক্ষমতা বদনচন্দ্ৰই হে চলায়। পিচে, ক্ষমতা বঢ়াৰ লগে লগে তেওঁৰ অত্যাচাৰো বাঢ়িবলৈ ধৰিলে। তেওঁৰ অত্যাচাৰত প্ৰজাৰ শান্তি নোহোৱা হল। শেহান্তৰত সেই অত্যাচাৰ অসহনীয় হোৱাত, আন-আন ডাঙ্গৰীয়া-বিষয়াসকলে মিলি বদনচন্দ্ৰক ছলেৰে বধ কৰালে। তাৰ পাচত, ৰাজমাও দেউতাই ৰুচিনাথ বুঢ়াগোহাঞি ডাঙ্গৰীয়াক নগৰলৈ মাতি পঠিয়ায়। কিন্তু, ডাঙ্গৰীয়াই চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱৰ ওপৰত সন্দেহ কৰি ততালিকে আহিবলৈ আগ

নাবাঢ়িলে। তাৰ পাচত, তেওঁ ইফালৰ আলেখ-লেখ বুজি লৈ, ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ বংশৰ পুৰন্দৰসিংহ কোৱঁৰক লগত লৈ, সতৰ্কভাৱে পুনঃ নগৰলৈ আহিল। সিবিলাক নগৰ সোমালত চন্দ্ৰকান্তসিংহ ভয়ত পলাই ৰংপুৰলৈ গুচি গল। তেওঁৰ ঠাইত ১৮১৭ খ্ৰীষ্টাব্দত পুৰন্দৰসিংহ কোৱঁৰক ৰজা পতা হল। তাৰ পাচত, চন্দ্ৰকান্তসিংহই আকৌ ৰজা হবৰ মনেৰে বিদ্ৰোহ ঘটায় বুলি, তেওঁৰ কাণ এখনত ঘুণ্ লগাই তেওঁক ৰজাৰ অযোগ্য কৰোৱা হল। এই কথাত তেওঁ বৰ বেজাৰ পালে। সেই বেজাৰতে চন্দ্ৰকান্তসিংহই গোপনে কটকী দুজন পঠিয়াই বৰ্ম্মা ৰজাত তেওঁৰ দুৰ্গতিৰ কথা জনাই সহায় খুজিলে। এই বাতৰি পাই বৰ্ম্মা ৰজা খঙত জ্বলি উঠিল। তেওঁ ততালিকে ৩০,০০০ ডেৰকুৰি হাজাৰ সেনাৰে সৈতে আলুংমিঙ্গি নামে এজন সেনাপতিক আহোম ৰাজ্য আক্ৰমণ কৰিবলৈ পঠিয়ালে। ১৮১৯ খ্ৰীষ্টাব্দত মান-সেনাপতি আহোম ৰাজ্যত সোমালহি, আৰু নাজিৰাৰ ওচৰতে আহোম ৰজাৰ ৰণুৱাৰ লগত তেওঁৰ এখন ৰণ লাগিল। কিন্তু, ৰজাৰ ৰণুৱাই ঠাৱৰিব নোৱাৰি বাট এৰি দিলে,—মান-সেনাপতি নগৰ সোমালহি। ৰুচিনাথ বুঢ়াগোহাঞি ডাঙ্গৰীয়াই পুৰন্দৰসিংহ স্বৰ্গদেৱক লগত লৈ আকৌ গুৱাহাটীলৈ গুচি গল। ইফালে মানে নগৰ দখল কৰি লৈ, অসমীয়া প্ৰজাৰ ওপৰত নানা তৰহৰ অত্যাচাৰ কৰিবলৈ ধৰিলে। তাৰ পাচত, আলুংমিঙ্গি সেনাপতিয়ে চন্দ্ৰকান্তসিংহক আকৌ বৰ্ম্মাৰজাৰ তলতীয়াকৈ আহোমৰাজ্যত ৰজা পাতিলে। আৰু, তেওঁৰ লগত অনা সৈন্যৰ এভাগ আহোম ৰাজ্যত

ৰথীয়া থৈ, বাকীবিলাকৰে সৈতে তেওঁ নিজ দেশলৈ উলটি গল। এয়ে অসমত মানৰ দ্বিতীয় আক্রমণ।

**মানৰ তৃয়, আক্রমণ।**—অসম আক্রমণত তুবাবকৈ জিকি মানহঁতৰ নটা লাগিল। তাতে আহোম ৰাজ্যৰ ভিতৰুৱা দুৰৱস্থা দেখি গৈ সিহঁতৰ মন আৰু বাঢ়িল। তাৰ উপৰি, অসম দেশৰ বহুমূলীয়া বস্তু-বেহানি আদি দেখি গৈ সিহঁতৰ ববকৈ লোভ লাগিল। সেই কাৰণে, মানে এইবাৰ আপোন মনেৰে অসমদেশ আক্রমণ কৰিবলৈ তাগ বাঢ়িলে। এনে সময়তে ইফালে চন্দ্রকান্ত-সিংহ স্বৰ্গদেৱেও আগলৈ মান আহিব নোৱাৰা কৰিবৰ মনেৰে উজনিৰ জয়পুৰত এটা গড় মৰাবলৈ স্থিৰ কৰিলে। পতাল বৰবৰুৱাৰ গাত সেই কামৰ ভাৰ পৰিল। গড় মৰাওঁতে বৰবৰুৱাৰ লগত মানদেশী বন্দুয়া মানুহো কিছুমান আছিল। সেই বন্দুৱাবিলাকে গড় মৰাৰ আচল উদ্দেশ্য বুজিব পাৰিলে। সেই কাৰণে, সিহঁতে বৰবৰুৱাক তাতে বধ কৰি নিজ দেশলৈ পলাই গুচি গল। তাৰ পাচত, সিহঁতে বৰ্ম্মা ৰজাৰ আগত ইফালৰ সকলো কথা বিবৰি কলেগৈ। বৰ্ম্মাৰ ৰজা খঙত জ্বলি উঠিল। তেওঁ ততালিকে অসম দেশ আকৌ আক্রমণ কৰিবলৈ আজ্ঞা দিলে। সেই মতে, ভালেমান সৈন্য লগত লৈ মিঙ্গিমাহা তিলোৱা নামেৰে এজন মান-সেনাপতিয়ে অসমলৈ যাত্রা কৰিলে। মান অহা শুনি চন্দ্রকান্তসিংহ পলাই গুৱাহাটী পালেগৈ। গতিকে, মানে কোনো হকা-বধা নোপোৱাকৈয়ে আহোম ৰজাৰ নগৰ দখল কৰিলেহি। তাৰ পাচত, মিঙ্গিমাহা তিলোৱাই নিজৰ ৰজাৰ জেঠৈৰীয়েক, বগা

কোৱঁৰৰ পুতেক, যোগেশ্বৰ কোৱঁৰক বৰ্ম্মা ৰজাৰ তলীয়াকৈ ৰজা পাতি লৈ নিজে ৰাজ্য চলাবলৈ ধৰিলে। এয়ে অসমত মানৰ তৃতীয় আক্ৰমণ।

**মহগড়ৰ ৰণ**।—এইবাৰ আহোম কোৱঁৰক নামত মাথোন ৰজা পতা হল। আচলতে ৰজাৰ ক্ষমতা মান-সেনাপতিয়ে হে চলাইছিল। এই ভাৱেই বছৰদিয়েক পাৰ হল। পিচে, পৰৰ ৰাজ্য পৰে চলোৱাত প্ৰজাৰ দুখ-দুৰ্গতি বাঢ়িবলৈ ধৰিলে। পাচলৈ ৰজাঘৰত সহায় কৰক ছাৰি প্ৰজা নিজে তৰিব নোৱাৰাত পৰিল। মিঙ্গিমাহা তিলোৱাৰ লগত যি দহ হাজাৰ মান-সেনা ৰাখিছিল, সিহঁতক পুহিবলৈ উপায় নোহোৱা হল। গতিকে, সেনাপতিৰ সঙ্কেত পাই সিহঁতে নিজে লুটপাট কৰি খাবলৈ ধৰিলে। সেই উদ্দেশ্যে মান-সেনাবিলাক দুভাগ হল। এভাগে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে আৰু ইভাগে দক্ষিণ পাৰে অসমীয়া প্ৰজাক লুটি খাবলৈ ধৰিলে। যি ফালেই মানসেনা যায়, সেইফালেই গাওঁ-ভুঁই উছন্ যোৱাৰ নিচিনা হয়। প্ৰজাৰ দুৰ্গতি দেখিব নোৱাৰি চন্দ্ৰকান্ত-সিংহ, পুৰন্দৰসিংহ আৰু ৰুচিনাথ বুঢ়াগোহাঞিও ডাঙ্গৰীয়াই বেঙ্গিলী, ভোটান আৰু ইকাল-সিকালৰপৰা গোটাই লৈ এজাক বাৰবৰণীয়া বণুৱাৰে সৈতে, ১৮২১ খ্ৰীষ্টাব্দত মহগড় নামে ঠাইত মানক আক্ৰমণ কৰিলেগৈ। চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱে মনৰ বেজাৰত প্ৰাণটাকি যুঁজিবলৈ ধৰিলে। পাচলৈ মান-সেনাপতি তিলোৱা বিবুদ্ধি হৈছিলগৈ। এনেতে, বৰ্ম্মাদেশৰপৰা ভালেমান সৈন্যৰে সৈতে মিঙ্গিমাহা বন্দুলা নামেৰে আন এজন

মান-সেনাপতিয়ে যোগ দিলেহি। গতিকে, ৰণত মান জিকিল। চন্দ্ৰকান্তসিংহ ছুঁহকি পৰিল। ইয়াকে "মহগড়ৰ ৰণ" বোলে।

"মহগড়ৰ ৰণ"ত মান জিকিল হয়, কিন্তু চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱৰ হাতত সিহঁতে ভালকৈয়ে এসেকা পালে। সেই খঙতে সিহঁত মতলীয়া হৈ উঠিল। সিহঁত নেগুৰত গছকা সাপৰ দৰে হল। সিহঁতে নিৰ্জ্জু অসমীয়া প্ৰজাৰ ওপৰত তাৰ হোৰ তুলিবলৈ ধৰিলে। সিহঁতৰ উৎপাত আৰু অত্যাচাৰৰ কথা কবলৈ কথা নোলায়। নিঠুৰ মানহঁতে সৰু সৰু লৰা-ছোৱালীক কৰ্ম্মুটিয়াই গছৰ গুটী পাৰি খাইছিল। পাৰগুইতে গৰ্ভৱতী নাৰীৰ গৰ্ভ ছিৰি বং চাইছিল। কিমান লৰা-ছোৱালীক পিচলৈ হাত জঁপাই শলা মাৰি থৈ এৰি গৈছিল। কুমলীয়া বাঁহগাজেৰে মৰিয়াই তাৰ সুং লগাই কিমানক সেলাত ভুগাইছিল। লৰা, ছোৱালী, মুনিহ, তিৰোতা ভালেমান মানুহ গোটাই একেটা ঘৰৰ ভিতৰত সুমুৱাই লৈ তাত জুই লগাই দি ৰং চাইছিল। বাঁহৰ ছাং পাতি তাৰ ওপৰত কেঁচুৱা লৰা-মাইকী, বুঢ়া, বুঢ়ী, লৰা, ছোৱালী জাকক্ৰাকৈ তুলি তলত ধোঁৱা দি শাস্তি দি বধিছিল। এনে আৰু বিবিধ অত্যাচাৰৰ কথা কবলৈ গলে হিয়া বিদৰে। মানৰ এনে অসহনীয় উৎপাতৰ লগতে ছেগ ধৰি অসমৰ দাঁতি-কাষৰীয়া পৰ্ব্বতীয়া জাতিৰ মানুহেও অসমীয়া প্ৰজাৰ ওপৰত ডকাইতি কৰিবলৈ ধৰিলে। আন কি, পেটৰ পোৰণিত পৰি অসমীয়া মানুহেও মানৰ বেশ ধৰি গাওঁৱে-ভূঁইয়ে ডকাইতি কৰিবলৈ বাকী এৰা নাছিল। এনে মহা আপদত অসমীয়া প্ৰজাৰ মাজত হাহাকাৰ

লাগি উঠিল। চাৰিওফালে "মানৰ দিন" বুলি বিপদৰ ঢৌ বিয়াপি পৰিল।

অসম দেশত মানৰ এদনীয়া এক্তিয়াৰ চলিল। চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱে আকৌ ৰজা হবৰ আশা কৰি মানৰ শৰণাগত হৈছিলগৈ। কিন্তু, তেওঁৰ সেই আশা নফলিয়ালে। মান-সেনাপতিয়ে তেওঁক ক্ষমা নকৰি, ৰংপুৰতে বন্দী কৰাই থলে। ইয়াৰ পাচত, মানৰ মন দোপত্‌দোপে বাঢ়িবলৈ ধৰিলে। অসমৰ লগত চামিল কৰি লবৰ মনেৰে মান-সেনাপতিয়ে কাছাৰ ৰাজ্য আক্ৰমণ কৰিলেগৈ। কাছাৰৰ ৰজা চৰজিতসিংহই বৃটিচ্ গবৰ্ণমেণ্টৰ ওচৰত সহায় ভিক্ষা কৰিলেগৈ। সেইমতে, কাছাৰ আক্ৰমণ নকৰিবলৈ মান-সেনাপতিক বৃটিচ্ গবৰ্ণমেণ্টে অনুৰোধ কৰিলে। কিন্তু, মানে তালৈ যে কটাহি নকৰিলেই, চাহপুৰ নামে বৃটিচৰ দখলৰ ঠাই এডোখৰ বলেৰে দখল কৰিলেগৈ। সেই কথাত অপমান পাই লৰ্ড আমহাৰ্ষ্ট্ গবৰ্ণৰ জেনেৰেলে মানৰ লগত ৰণ দিবলৈ স্থিৰ কৰিলে। সেই অনুসৰি, ১৮২৪ খ্ৰীষ্টাব্দত, স্কট্ আৰু মেক্মৰিণ্ চাহাবে দুদল বৃটিচ্ সৈন্য লৈ দুফালৰপৰা মানক বেৰি ধৰিলেগৈ। চাহপুৰত মানৰ লগত বৃটিচৰ এখন ৰণ লাগিল। সেই ৰণত মানহঁতে ঠাহৰিব নোৱাৰি উজাই পলাবলৈ ধৰিলে, আৰু বৃটিচে পিচে-পিচে খেদি আনিলে। সেই ছেগতে, অসমীয়া প্ৰজাবিলাকেও ইফালৰপৰা হাটবৰ নামে ঠাইত মানহঁতক আগচি ধৰিলেগৈ। ইয়াতে আকৌ এখন ৰণ লাগিল। ৰণত মান উঠিব নোৱাৰাকৈ পৰিল; শেহান্তৰত সিহঁতৰ দুভাগ ৰণত পৰিল, এভাগ উধাতু খাই পাৰ হওঁতে

ব্ৰহ্মপুত্ৰত বুৰি মৰিল, এভাগে পলাই ফাট্ট মাৰিলেঁ। মান-সেনাপতিয়ে অগত্যা সন্ধিৰ প্ৰস্তাৱ কৰিলে। ইকালে বৃটিচবো খাৰ-বাৰুদ আদি অন্ত পৰি অহা দেখি, স্কট্ চাহাবে সেই প্ৰস্তাব গ্ৰহণ কৰিলে। ১৮২৫ খ্ৰীষ্টাব্দত সেই সন্ধি মতে এই স্থিৰ হল যে, ইয়াৰ পাচত আৰু মানে অসমত কোনো উৎপাত লগাব নোৱাৰিব। যিবিলাক মান অসমত বৈ যাব, সিবিলাকে শান্তভাৱে বসতি কৰি থাকিব। অসম দেশত বৃটিচ্ গৱৰ্ণমেণ্টৰ সম্পূৰ্ণ এক্তিয়াৰ চলিব। চন্দ্ৰকান্তসিংহ আৰু পুৰন্দৰসিংহ দুয়োজনা স্বৰ্গদেৱে বৃটিচ্ গৱৰ্ণমেণ্টৰপৰা পেন্চন্ পাব। এইদৰেই "মানৰ দিনৰ" উৎপাতে ৬০০ বছৰীয়া "আহোমৰ দিনৰ" সামৰণি পেলালে।

কিন্তু, লৰ্ড আমহাৰ্ষ্ট সিমানতে সন্তুষ্ট নহল। তেওঁ চাৰ আৰ্চিবল কেম্বেল চাহাবক ভালেমান বৃটিচ্ সৈন্য দি বৰ্ম্মাদেশ আক্ৰমণ কৰিবলৈ পঠিয়ালে। চাৰ আৰ্চিবলে পোনেই ডনাবু নামে বৰ্ম্মা দেশৰ এখন ঠাই দখল কৰেগৈ। তাতে অসমলৈ অহা মিঙ্গিমাহা তিলোৱা ৰণত পৰিল। তাৰ পাচত, বৃটিচ্ ফৌজ ক্ৰমাৎ বৰ্ম্মা দেশৰ ভিতৰলৈ আগ বাঢ়িল। পিচে, সিমানতে বৰ্ম্মা-ৰজাই ভয় খাই সন্ধিৰ প্ৰস্তাৱ কৰাত, চাৰ আৰ্চিবলে সেই প্ৰস্তাৱ গ্ৰহণ কৰিলে। ১৮২৬ খ্ৰীষ্টাব্দৰ ২৪ ফেব্ৰুৱাৰীত ইয়াণ্ডাবু নামে ঠাইত বৃটিচ্ আৰু বৰ্ম্মা ৰজাৰ মাজত সন্ধি কৰা হল। সেই সন্ধিমতে বৃটিচ্ গৱৰ্ণমেণ্ট বৰ্ম্মা ৰজাৰপৰা আৰাকান, মাৰ্টাবান আৰু টেনাচিৰিম এই কেইখন ৰাজ্য লাভ কৰিলে।

সেই এঁকে সময়তে আহোম ৰজাৰ হাতৰপৰাও অসম দেশ বৃটিচ্ গৱৰ্ণমেণ্টৰ হাতলৈ লাচতে পাৰ হল। ইয়াকে "ইয়াণ্ডাবু সন্ধি" বোলে।

মুঠ-কথা।—আগৰ দিনত বৰ্ম্মাদেশৰ মানুহক মান বোলা হৈছিল। সেই মানে অসম দেশ তিনিবাৰ আক্ৰমণ কৰেহি। সেই আক্ৰমণতে অসম দেশ জুৰুলা হয়। সেই সময়ত অসমীয়া প্ৰজাৰ দুখ-দুৰ্গতিৰ সীমা নাছিল। পাচলৈ "মানৰ দিন" বুলি অসম দেশত অত্যাচাৰৰ ঢৌ উঠিছিল। সেই "মানৰ দিনেই" "আহোমৰ দিনৰ" সামৰণি পেলায়। শেহান্তৰত বৃটিচ্ ৰাজৰ আগমনে অসমক মানৰ উৎপাতৰপৰা ৰক্ষা কৰিলে। ১৮২৫ খ্ৰীষ্টাব্দৰ সন্ধিমতে আহোম ৰজাক বৃটিচ্ ৰাজৰ পেঞ্চনভোগী কৰা হয়। ১৮২৬ খ্ৰীষ্টাব্দত ইয়াণ্ডাবু সন্ধি হয়। সেই সন্ধিমতে বৰ্ম্মা ৰজাৰপৰা আৰাকান, মাৰ্টাবান আৰু টেনাচেৰিম এই কেইখন ৰাজ্য বৃটিচ্ ৰাজে লাভ কৰে। আৰু, সেই ছেগতে অসম দেশো বৃটিচৰ হাতলৈ পাৰ হয়।

---

# ৮। পাঠ।

## আহোমৰ শাসন-বিধি।

আহোমৰ শাসন-বিধি সুকীয়া আছিল। সেই শাসন-বিধি বৃটিচৰ শাসন-বিধিৰ লগত ভালেমান মিলে। বিশেষকৈ, ইংলণ্ডৰ আগৰ "ফিউডেল চিষ্টেম"ৰ লগত ই ভালেকৈ মিলে। সেই বিধিমতে আহোম ৰজাৰ ক্ষমতা অসীম বুলিও, তেওঁ বুঢ়াগোহাঞি, বৰগোহাঞি আৰু বৰপাত্ৰ-গোহাঞি এই তিনিজনা ঘাই মন্ত্ৰীৰ মন্ত্ৰণাৰ তল। এই তিনিজনা মন্ত্ৰীয়ে একেমত হৈ ৰজা ভাঙ্গিব আৰু পাতিব পাৰিছিল। ইবিলাক তিনিজনাক ডাঙ্গৰীয়া বোলা হৈছিল। ইবিলাকত বাজে আনে "ডাঙ্গৰীয়া" খিতাপ নাপাইছিল। ইবিলাকৰ নাম্‌নাচতে এজনা ৰবৰুৱা আৰু এজনা বৰফুকন। ইবিলাক দুজনাৰ নাম্‌নাচত তিনিজনা দাঁতিয়লীয়া গোহাঞি, বাৰজন ৰাজখোৱা আৰু ভালেমান ফুকন, বৰুৱা আদি বিষয়া আছিল। এই ডাঙ্গৰীয়া আৰু বিষয়া সকলৰ মাজত দুখন মেল বা ৰাজসভা আছিল;—এখন ডাঙ্গৰীয়া-মেল আৰু ইখন বিষয়া-মেল। ডাঙ্গৰীয়া-মেলত কেৱল ৰজা আৰু ডাঙ্গৰীয়া তিনিজনাৰ দুজনা বহে। বৃটিচৰ হাউচ্‌ অব্‌ লৰ্ডচ্‌ নামে "পাৰ্লিয়ামেণ্ট" ৰাজসভাৰে সৈতে এই মেলক ৰিজাব পাৰি। বিষয়া-মেলত ৰজা, ডাঙ্গৰীয়া আৰু বিষয়া সকলো বহে। কিন্তু, এই মেলত ৰজাই সততে যোগ নিদিয়ে, বিশেষ লাগতিয়াল কথাত হে বহেহি। এই মেল

বৃটিচৰ "হাউচ্ অব্ কমন্স" নামে পার্লিয়ামেণ্ট ৰাজসভাৰ লগত মিলে। বৰবৰুৱা ন্যায়-সোধৰ যাই বিষয়া আছিল। তেওঁৰ বিষয়-বাব আৰু মেল এতিয়াৰ হাইকোর্টৰে সৈতে মিলে। বৰফুকন গুৱাহাটীত ৰজাৰ প্ৰতিনিধি শাসনকৰ্ত্তা। আদিতে বৰফুকন কলিয়াবৰত হে পতা হৈছিল। এই জনা যাই বিষয়াক বৃটিচৰ গৱৰ্ণৰ জেনেৰেল বা লাট চাহাবৰে সৈতে বিজাব পাৰি। দাঁতিয়লীয়া গোহাঞি আৰু ৰাজখোৱা সকলো সৰুবিধৰ প্ৰতিনিধি-শাসনকৰ্ত্তা আছিল। ইবিলাকক বৃটিচৰ পলিটিকাল এজেণ্ট সকলৰে সৈতে বিজাব পৰা যায়। কিন্তু, ডাঙৰীয়া আৰু বিষয়া সকলোৱেই সেনাপতি বাব পাইছিল; সিবিলাকৰ ৰণলৈকো যাব লগীয়া বাব আছিল।

আহোম ৰজাৰ তলে ভাগেমান সৰু সৰু ৰজা আছিল। ইবিলাকৰ এভাগ আহোমৰাজৰ কৰতলীয়া আৰু এভাগ মিত্ৰ ৰজা আছিল। সেই কাৰণে, আহোম ৰজাক আগৰ মোগল আৰু এতিয়াৰ বৃটিচ্ সম্ৰাটৰ সৈতে বিজাব পাৰি। আন স্বাধীন ৰজাৰে সৈতে ৰণ লাগিলে সেই তলতীয়া ৰজাসকলে আহোম ৰজাক ৰণুৱা দি সহায় কৰিব লাগিছিল। মুঠৰ ওপৰত, আহোম-ৰাজ বৃহৎ বৃটিচ্-ৰাজৰ এটি সৰু আৰ্হি আছিল।

আহোমসকল ৰণ-বিদ্যাত বৰ পৈণত আছিল। আহোমৰ লাছিত বৰফুকন আৰু গদাধৰসিংহ স্বৰ্গদেৱৰ নিচিনা বীৰ পৃথিবীত সৰহ ওপজা নাই। মূলাগাভৰুৰ নিচিনা আহোম ৰমণীসকলেও ৰণক্ষেত্ৰত সোমাই ৰণ দিছিল। আহোম ৰজাৰ

ৰণুৱাই পোনতে ৰবছা, বাৰু, তৰোৱাল, যাঠি, কাঁড়-ধেনু, কাৰ্ফাই-ধেনু, নাইকে দা এইবোৰ অস্ত্ৰেৰে ৰণ কৰিছিল। তাৰ পাচত, সিবিলাকে ৰণত হিলৈ আৰু বৰতোপ ব্যৱহাৰ কৰিছিল। সেই কালত অসমীয়া হিলৈ কেইবা বিধৰো আছিল। তাৰ ভিতৰত কামায়ণ, জমুৰ, পাথৰকলাই, গঠিয়া, পহলঙ্গি, কেচাই, টোৱা, খোকাহিলৈ এই কেইবিধ ঘাই। আহোম ৰজাৰ ৰণ তৰে-পানীয়ে উভয়েদি হৈছিল। ৰণৰ সময়ত চোৱাৰী কটকীয়ে ঘোঁৰাৰ ডাকেৰে ৰজাক দাঁড়ৰ বাতৰি দাঁড়ে দাঁড়ে জনোৱাৰ নিয়ম আছিল। যি ৰণুৱাই ৰণত পিঠি দেখুৱায়, অৰ্থাৎ পলায়, তাক ধৰাই আনি সকলো ৰণুৱাৰ আগত কঁড়িয়াই বা গুলিয়াই মৰা হয়। আজিকালি বৃটিচ্ সেনাকো তেনে অপৰাধত 'কোৰ্টমাচিয়াল' কৰি তেনে দৰেই বধ কৰা হয়।

আহোম ৰজাৰ দিনত অলেখ বিতোপন পকী ঘৰ-দুৱাৰ সজোৱা হৈছিল। 'সাগৰ' নাম দি ডাঙ্গৰ ডাঙ্গৰ পুখুৰী খণোৱা হৈছিল। যুগমীয়া শিলৰ সাঁকো আৰু ওখ-ডাঙ্গৰ ৰাজআলি বন্ধোৱা হৈছিল। প্ৰকাণ্ড প্ৰকাণ্ড ৰাজগড় মৰোৱা হৈছিল। খাৰ-বাৰুদ, হিলৈ-বৰতোপৰ যোগান হৈছিল। পৰিপাটিকৈ বুৰঞ্জী লিখা হৈছিল। আহোম ৰাজ্যৰ দৰে ভাৰতবৰ্ষৰ আন কোনো ঠাইত স্বাভাৱিক হ্ৰদৰ নিচিনা ডাঙ্গৰ পুখুৰী দেখিবলৈ নাই। এই পুখুৰীবোৰৰ এটা প্ৰধান বিশেষত্ব এই যে, তাৰ পানী সৰ্ব্বতিকাল একে দৰেই নিকা থাকে। পুৰণি ৰংপুৰ নগৰৰ

তলাতল ঘৰ পৃথিবীৰ ভিতৰত এটা আচৰিত বস্তুৰ লেখত লব পাৰি ; ইয়াৰ মাটিৰ তলৰ তৃতীয় তলাৰপৰা যি সুৰুঙ্গা-বাট দিখৌ আৰু গড়গাওঁ নগৰত ওলাইছিলগৈ, সি ইংলণ্ডৰ টেম্‌চ্‌ নৈৰ তলৰ সুৰুঙ্গা-বাটতকৈও অধিক বিস্ময়জনক আছিল। সেইবোৰৰ এতিয়া যি চিন্‌-মোকাম্‌ বৈছে, সি আহোমৰাজৰ সভ্যতাৰ এতিয়াও কটকটীয়া চিনাকি দিব লাগিছে।

**মুঠি-কথা।**—আগৰ দিনত অসমদেশ গোটেই ভাৰতবৰ্ষৰ এখন সৰু আহি আছিল। ইয়াত ভালেমান সৰু সৰু ৰজাই ৰাজত্ব কৰিছিল। সেইবিলাকৰ ওপৰত আহোম ৰজাৰ এক্তিয়াৰ চলিছিল। সেই কাৰণে, আহোমৰাজ অসমৰ সম্ৰাট আছিল। আহোমৰ শাসন-প্ৰণালী, ৰাজকীয় কাৰ্য্যবিধি আৰু যুগমীয়া কাৰুকাৰ্য্যাদি অতি ওখ থাপৰ আছিল।

---

# ৯। পাঠ।

—:*:—

## চুটীয়া ৰজাৰ কথা।

লক্ষীমপুৰ জিলাৰ উত্তৰ-পূব চুকত সোণগিৰি নামে এখন সৰু ৰাজ্য আছিল। তাহানিৰ বিদৰ্ভা নগৰ তাৰে ৰাজধানী। এতিয়া তাৰ নাম শদিয়া হৈছে। সোণগিৰিৰ আদিবাসীবিলাকক চুটীয়া বোলে। সেই চুটীয়া বংশৰ বীৰবল নামে এটা নিচেই টোকোনা মানুহ আছিল।* তাৰ বৰ দুখ। ভাত-কপোৰৰ নাটনিত সি

এদিনো সুখেৰে দিন নিয়াব নোৱাৰিছিল। সেই কাৰণে তাৰ পৰিয়ালত সুখ-শান্তি নাছিল। তাৰ বেজাৰতে বীৰবলৰ ৰাতিও টোপনি নাহে। পিচে, এদিন সি এটা সমাজিক দেখিলে। সেই সমাজিক মতে এজোপা গছৰ তলত সি ভালেমান ধন-সোণ পালে। তাৰ লগতে সি এখন ঢাল, এখন তৰোৱাল আৰু এটা সোণৰ মেকুৰিও পালে। সেই সম্পত্তি পোৱাৰ পাচত বীৰবলৰ দুখ গুচি সুখ হবলৈ ধৰিলে। তাৰ বলতে তেওঁ ছুটীয়া বংশৰ ভিতৰত এজন আঢ্যৱন্ত লোক হৈ উঠিল। সেই দেখি, সেই সম্পত্তি কুবেৰে দিয়া সম্পত্তি বুলি কোৱা হৈছিল।

বীৰবলৰ সন্তান বুলিবলৈ এটি লৰা আছিল। লৰাটি বৰ ৰূপহ। তাৰ স্বভাৱ-চৰিত্ৰও বৰ ভাল। সেই দেখি, ৰূপে-গুণে ৰঞ্জিতা থুৱাই লৰাৰ নাম গৌৰনাৰায়ণ ৰখা হয়। গৌৰনাৰায়ণ ৰূপ-গুণত যেনেকৈ জিলিকিছিল, বুদ্ধি-পৰিশ্ৰমৰ বলতো তেওঁ তেনেকৈ উধাৰ পাৰিছিল। পিতাক ঢুকুৱাৰ পাচত, তেওঁ সেই "কুবেৰে দিয়া সম্পত্তি"ৰ গৰাকী হল। কিন্তু, সেই বুলি গৌৰ-নাৰায়ণ উধত্ নহল। তেওঁ ভাবি-চিন্তি ধীৰে-শাঁতে সেই সম্পত্তিৰ সজ ব্যৱহাৰ কৰিবলৈ ধৰিলে। তেনেকুৱা চলনৰ গুণতে তেওঁ ছুটীয়াৰ মাজত এজন অতি গণ্য-মান্য লোক হৈ উঠিল। আন কি, ছুটীয়াবিলাকে পাচলৈ তেওঁক ৰজা বুলি মানিবলৈ ধৰিলে। ১২২৩ খ্ৰীষ্টাব্দত সঁচাসঁচিকৈয়ে ৰজা হৈ গৌৰনাৰায়ণে ছুটীয়া ৰাজ্যত ৰত্নপুৰ নামে এখন ৰাজধানী পাতিলে। তাৰ পাচত, তেওঁ ৰত্নধ্বজপাল নাম লৈ মহা সুখে ৰাজপাট খাবলৈ ধৰিলে।

বতুধ্বজৰ পাচত, ১২৬২ খ্রীষ্টাব্দত তেওঁৰ পুতেক বিজয়-ধ্বজপাল ৰজা হয়। এই জনা ছুটীয়া ৰজাই কমতাপুৰৰ নীলধ্বজ ৰজাৰ জীয়েকক বিয়া কৰাই খেন বংশী ৰজাৰে সৈতে মিতিৰ পাতিছিল। বিজয়ধ্বজৰ পাচত, খ্রীঃ ১৩০৩ চনৰপৰা ১৪৫৩ চনলৈকে এই ডেৰ-শ বছৰৰ ভিতৰত সাত জন ৰজা হয়। তাৰ পাচত, ধৰ্ম্মধ্বজপাল ছুটীয়া ৰাজপাটত উঠে। তেওঁ এজন বৰ জ্ঞানী আৰু ধাৰ্ম্মিক ৰজা আছিল। তেওঁৰ দিনত ছুটীয়া ৰাজ্যত চাৰিওফালে সুখ-শান্তি বাঢ়িছিল, আৰু প্ৰজা বৰ সুখেৰে আছিল।

ধৰ্ম্মধ্বজৰ ৰাজকাৰ্য্যত খ্যাতি আছিল যদিও, মনত শান্তি নাছিল। কাৰণ, তেওঁৰ সন্তান নাছিল। বুঢ়া কাললৈকে তেওঁৰ লৰা-ছোৱালী নহল, সেই কাৰণে তেওঁৰ মনত বেজাৰ। পিচে, অনেক পূজা-সেৱা, যাগ-যজ্ঞ আদিৰে সৈতে বহু সাধনা কৰাৰ পাচত, তেওঁৰ এটি কন্যা লাভ হয়। বহু সাধনাৰ বলত লাভ হোৱাৰ কাৰণে, ছোৱালীটিৰ নাম সাধনী ৰখা হয়।

সাধনী বৰ ৰূপহী আৰু গুণৱতী ছোৱালী আছিল। তেওঁ পিতৃ-মাতৃ আৰু গুৰুজনক বৰ ভক্তি কৰিছিল। গৃহ-নীতিৰ লগে লগে তেওঁ ৰাজ-নীতিও শিকিছিল। বয়সৰ লগে লগে সাধনীৰ ৰূপ-গুণৰ জেউতি চৰিবলৈ ধৰিলে। তেওঁৰ ৰূপ আৰু গুণৰ কথা দেশে-বিদেশে বিয়াপি পৰিল। পিচে, সাধনী যুৱতী হলত পিতাকে তেওঁৰ সয়ম্বৰ পাতিলে। সয়ম্বৰৰ এই পণ আছিল যে, যেয়ে একেপাত কাঁড়েৰে পাল-শ-দিয়া মৈদামৰ ওপৰত খৰ্‌তকীয়াকৈ লৰি ফুৰা কেৰ্কেটুৱা এটা শালি মাটিত পেলাবহি, তেওঁকে সাধনীয়ে

স্বামী বৰণ কৰিব। নানা ঠাইৰপৰা অনেক ৰজা, ৰাজকোঁৱৰ, বিৰয়া, বীৰ আদি সয়ম্বৰত উপস্থিত হলহি; কিন্তু কেৱে কৃতকাৰ্য্য হব নোৱাৰিলে। শেহান্তৰত নিতাই নামে টোকোনা ছুটীয়া লৰা এটাই সয়ম্বৰৰ পণমতে কেৰ্ক্টুৱাটো একেপাত কাঁড়েৰে শালি মাটিত পেলালে। সকলোৱে দেখি বিস্ময় মানিলে! সকলোৱে মুখে মুখে কবলৈ ধৰিলে যে, ধৰ্ম্মধ্বজ ৰজাৰ পণ অথলে গল! সাধনী হেন ৰজাৰ জীয়াৰীয়ে টোকোনা ছুটীয়া লৰাক কেতিয়াও স্বামী বৰণ নকৰে। ধৰ্ম্মধ্বজ ৰজাও সেই আশঙ্কাত বিমোৰ হল। কিন্তু, সাধনীয়ে তেনেবোৰ ভাব মনলৈকে নানিলে। পিতৃৰ প্ৰতিজ্ঞা কেনেকৈ ৰক্ষা পৰিব, তেওঁ তালৈহে চালে। তেওঁ হৰিষ চিত্তেৰে সেই ছুটীয়া লৰাক বৰ-মালা পিন্ধাই স্বামী বৰণ কৰিলে। সাধনীৰ এনে অসাধাৰণ পিতৃভক্তি দেখি সকলোৱে ধন্য ধন্য কৰিবলৈ ধৰিলে। ধৰ্ম্মধ্বজ ৰজাও জীয়েকৰ পিতৃভক্তিত মোহিত হল। তেওঁ সেই সয়ম্বৰ-সভাতে নিজে নিজৰ মূৰৰপৰা মুকুট খহাই জোৱাঁয়েকৰ মূৰত পিন্ধাই দিলে! আৰু, সেই বিৰাট সভাৰ আগত তেওঁ ঘোষণা কৰিলে যে, সেই দিনাৰপৰা তেওঁ ৰজা ভাগিল, ছুটীয়াৰ ৰাজপাটত তেওঁৰ জোৱাঁয়েক সাধনীৰ স্বামীৰহে অধিকাৰ হল। তাৰ পাচত, সেই ছুটিয়া লৰা নীতিপাল নামে ছুটীয়া ৰাজ্যৰ ৰজা হল।

ৰজা হৈ নীতিপালে আগৰ সমনীয়া সামান্য মানুহবিলাকক ৰজাঘৰীয়া বিষয়া পাতিবলৈ ধৰিলে। আৰু, সিঁহতৰ সঙ্গত পৰি তেওঁ নানা অনীতি-অধৰম কৰিবলৈ ধৰিলে। পাচলৈ তেওঁৰ

সেই আচৰণত প্ৰজাৰ হাহাকাৰ লাগি উঠিল। সাধনী ৰাণীয়ে বহু প্ৰবন্ধেও নীতিপালক সজ বাটলৈ আনিব নোৱাৰিলে। পিচে, ৰজাৰ অন্যায় আচৰণত যে ছুটীয়া ৰাজ্যৰ দুৰৱস্থা হৈছে, এই কথা আহোম ৰজাৰ কাণত পৰিলগৈ। তেতিয়া আহোম ৰাজপাটত স্বৰ্গনাৰায়ণ ৰজা আছিল। সেই ছেগতে স্বৰ্গদেৱে ১৫০০ খ্ৰীষ্টাব্দত কন্‌চেং বৰপাত্ৰগোহাঞিক ডাঙৰীয়াক সৈন্য-সামন্তৰে সৈতে পঠিয়াই ছুটীয়া ৰাজ্য আক্ৰমণ কৰালে। দুয়োপক্ষৰ মাজত তয়াময়া ৰণ লাগিল। শেহত নীতিপাল ৰণত পৰিল। সাধনী ৰাণীয়ে শত্ৰুৰ হাতত বন্দী হোৱাৰ আশঙ্কাত আপোনা-আপুনি দেহত্যাগ কৰিলে। ইমানতে ছুটীয়াৰ দিন অস্ত পৰিল। ছুটীয়া ৰাজ্য আহোম ৰাজ্যৰ লগত চামিল হল।

মুঠি-কথা।—ছুটীয়া জাতি লক্ষীমপুৰ জিলাৰ আদিবাসী মানুহ। ইবিলাকৰ স্বকীয়া ভাষা আছিল। সেই ভাষাক এতিয়া দেউৰী ভাষা বোলে। সাধনী ৰাণী এগৰাকী আদৰ্শ সতী আছিল। তেওঁৰ যশস্যা এতিয়াও ৰৈ-বৈ আছে। বীৰবল ছুটীয়া ৰজাৰ আদিপুৰুষ। নীতিপাল ছুটীয়াৰ শেহ ৰজা। ছুটীয়া তিনিবিধ ;— আহোম-ছুটীয়া, হিন্দু-ছুটীয়া আৰু মিৰি-ছুটীয়া। ছুটীয়া ৰাজ্য আহোম ৰজাই দখল কৰাৰ পাচত, সেই জাতি সৌমাৰ আৰু স্বৰ্ণ-পীঠত সিঁচৰিত হৈ পৰিল। তাৰে ঘাই ঠাল এটা কলিয়াবৰৰ পোন্ ধৰি উত্তৰ পাৰে সেই কালৰ আহোম শাসনকৰ্ত্তা সলাল গোহাঞিৰ অধীনত থিতাপি কৰোৱা হয়। সেই ছুটীয়া ঠালৰ নাম অনুসৰি এতিয়াৰ তেজপুৰৰ অন্তৰ্গত ছুতিয়া মোজাৰ নাম হৈছে।

# ১০। পাঠ।

## কছাৰি ৰজাৰ কথা।

কছাৰি জাতি অসম উপত্যকাৰ আদিবাসী মানুহ। ইবিলাকক বদো বংশী বোলে। পাচলৈ ইবিলাকক মেছ নামেও জনা যায়। কছাৰিৰ দোৱান আছে, কিন্তু সাহিত্য নাই। সেই কাৰণে, সিবিলাকৰ লিখা বুৰঞ্জীও নাই।

আদিতে কছাৰি ৰাজ্য ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে দিখৌ নৈৰপৰা কলং নৈলৈকে আছিল। ১৩০০ খ্ৰীষ্টাব্দত ধনশিৰী উপত্যকাত কছাৰিৰ ক্ষমতা বৰকৈ বাঢ়িছিল। ১৪০০ খ্ৰীষ্টাব্দত দিখৌ নৈৰ পূব পাৰৰ কছাৰি ৰাজ্য আহোম-ৰজাই কাঢ়ি লয়। তাৰপৰা, ১৫০০ খ্ৰীষ্টাব্দত আহোম-ৰাজে কছাৰি ৰাজ্য ক্ৰমাৎ ঠেলি নি ধনশিৰী নৈৰ সীমা পোৱালেগৈ। সিমানতে কছাৰিয়ে আহোমক উভতি ধৰিলে। সেই আপাহতে, ১৫২৬ আৰু ১৫৩১ খ্ৰীষ্টাব্দত দুখন বৰ ডাঙৰ কছাৰি-ৰণ লাগিছিল। তেতিয়া খুন্‌খৰা নামে এজন কছাৰি ৰজা আছিল। কছাৰি ৰজা ৰণত হাৰি হুঁহকি ডিমাপুৰ পালেগৈ; আৰু আহোম ৰাজ্য তালৈকে বহলোৱা হল। তাৰ পাচত, ১৫৩৬ খ্ৰীষ্টাব্দত কছাৰি ৰাজ্য আহোম-ৰাজে আকৌ আক্ৰমণ কৰে। তেতিয়া কছাৰি ৰজা ডেট্‌চুং আছিল। তেওঁ ৰণত ঘাটি মায়বং নামে ঠাইলৈ পলাই গল। ডিমাপুৰ নগৰ

আহোম ৰাজ্যৰ চামিল হল। ডিমাপুৰ এখন বিতোপন নগৰ আছিল। ধনশিৰী নৈৰ পাৰত সেই নগৰৰ পকী ঘৰ-দুৱাৰৰ চিন্



ডিমাপুৰ নগৰৰ ভগ্নাৱশেষ।

এতিয়াও আছে। সেই চিনে এতিয়াও কছাৰি ৰজাৰ গৌৰৱৰ চিনাকি দিছে। সেই নগৰৰ সমুখতে এতিয়া ডিমাপুৰ থানা বহিছে।

মায়ৰঙ্গত গৈয়ো কছাৰিবিলাক শান্তি নোপোৱা হল। তাত সিবিলাক ঘনে ঘনে কোচ ৰজাৰ আক্ৰমণত পৰে। তাতে,

১৬০০ খ্ৰীষ্টাব্দত কোচ ৰজা নৰনাৰায়ণৰ ভায়েক বিখ্যাত চিলাৰায়ে কছাৰি ৰাজ্য আক্ৰমণ কৰেগৈ। তেতিয়া শত্ৰুদমন কছাৰি ৰজা আছিল। তেওঁ কোচ ৰজাৰ তলতীয়া হবলৈ মান্তি হৈ চিলাৰায়ৰ আক্ৰমণৰপৰা সাৰিল। তাৰ পাচত, জয়ন্তীয়াৰ ৰজাৰে সৈতে শত্ৰুদমনৰ বিবাদ চলিবলৈ ধৰে। সেই সংসৰ্গতে ১৬৩০ খ্ৰীষ্টাব্দত আহোম ৰজাৰে সৈতে ৰহাত তেওঁৰ ৰণ লাগে। সেই ৰণত কছাৰি ৰজাৰ জয় হয়। শত্ৰুদমনৰ পাচত, দদায়েক ভীমদৰ্প ৰজা হল। তেওঁ ৰজা হৈয়ে ধনশিৰীৰ সীমাত আহোম ৰাজ্য আক্ৰমণ কৰিছিলগৈ; কিন্তু ৰণ চলি থাকোঁতেই তেওঁৰ মৃত্যু হল। তাৰ পাচত, তেওঁৰ পুতেক ইন্দ্ৰবল্লভক আহোমৰাজে ৰজা পাতি তেওঁৰে সৈতে মিতিৰ কৰিলে। সেই দিন ধৰি, খ্ৰীঃ ১৬৩৭ চনৰপৰা ১৬৭২ চনলৈকে ৩৫ বছৰ কাল, আহোম আৰু কছাৰিৰ মাজত মিলা-প্ৰীতিৰে সৈতে পাৰ হয়।

তাৰ পাচত, তিনি জন কছাৰি ৰজাই ৩০ বছৰ ৰাজত্ব কৰাৰ পাচত, ১৭০২ খ্ৰীষ্টাব্দত তাম্ৰধ্বজ নামে এজন ৰজা হয়। তেওঁ কছাৰি ৰাজপাটত উঠিয়েই আহোমৰ অধীনতা অস্বীকাৰ কৰিলে। সেই কথাত কুপিত হৈ, আহোম মহাৰাজ ৰুদ্ৰসিংহ স্বৰ্গদেৱে কছাৰি ৰাজ্য আকৌ আক্ৰমণ কৰালে। তাম্ৰধ্বজে ঠাৰৰিৰ নোৱাৰি জয়ন্তীয়াৰ ৰজা ৰামসিংহৰ আশ্ৰয় ললেগৈ। সেই আপাহতে জয়ন্তীয়াৰ ৰজাৰে সৈতেও আহোম ৰজাৰ এখন ৰণ লাগিল। ৰণত ৰামসিংহ হাৰিল; আৰু ১৭০৮ খ্ৰীষ্টাব্দত জয়ন্তীয়া ৰাজ্য আহোম ৰাজ্যৰ লগত চামিল হল।

তাম্ৰধ্বজৰ পাচত সাত জন কছাৰি ৰজাই চাৰি কুৰি বছৰ ৰাজত্ব কৰে। ইবিলাকৰ ভিতৰত সন্ধিকাৰী আৰু কৃষ্ণচন্দ্ৰ এই দুজন প্ৰখ্যাত। সিবিলাকে আহোম ৰজাৰ লগত মিলিব নোৱাৰাৰ গতিকে, অকালতে ৰাজপাটৰপৰা নামিব লগাত পৰে। শেহান্তৰত গোবিন্দচন্দ্ৰ নামে এজন কছাৰি ৰজা প্ৰখ্যাত হৈ উঠে। তেওঁৱেই কছাৰিৰ শেহ ৰজা। তেওঁ ৰজা হৈয়ে কহিধন নামে তেওঁৰ বিষয়া এজনৰ বিদ্ৰোহত পৰে। গোবিন্দচন্দ্ৰই বহু প্ৰবন্ধেৰে বিদ্ৰোহ দমাই কহিধনক বধ কৰিলে। কিন্তু, সিমানতো তেওঁ নিৰাপদ নহল; কহিধনৰ পুতেক তুলাৰাম সেনাপতিয়ে আকৌ বিদ্ৰোহ তুলিবলৈ ধৰিলে। এনেতে, মণিপুৰৰ ৰজা মাৰ্জ্জিতসিংহৰ আক্ৰমণো পৰিলহি। গোবিন্দচন্দ্ৰ নিৰুপায় হৈ বৃটিচ ৰাজৰ শৰণাগত হলগৈ। বৃটিচ গৱৰ্ণমেণ্টে সেইমতে তেওঁক আপদৰপৰা ৰক্ষা কৰিলে। কিন্তু, গোবিন্দচন্দ্ৰ আৰু সৰহ দিন নাবাঁচিল। তেওঁ অপুত্ৰক হৈ মৃত্যু হোৱাত, ১৮৩২ খ্ৰীষ্টাব্দত কছাৰি ৰাজ্য বৃটিচৰ খাচ্ দখললৈ নিয়া হয়। এতিয়াৰ কাছাৰ জিলাই কছাৰি ৰজাৰ শেহ ৰাজধানী আছিল।

তুলাৰাম সেনাপতি এজন বৰ চোকা বুদ্ধিৰ বীৰপুৰুষ আছিল। তেওঁ গোবিন্দচন্দ্ৰ ৰজাৰ দিনত কেইবাবাৰো বিদ্ৰোহ ঘটাই কছাৰি ৰাজ্যৰ এভাগ তেওঁৰপৰা কাঢ়ি নৈছিল। সেই ভাগ ৰাজ্যৰে তেওঁ এজন স্বতন্ত্ৰীয়া অধিপতি হৈ উঠিছিল। গোবিন্দচন্দ্ৰ অপুত্ৰক হৈ মৃত্যু হোৱাত, তুলাৰাম সেনাপতিয়ে কছাৰি ৰাজপাটলৈ বেঙা মেলিছিল। কিন্তু, তেওঁ কছাৰি ৰাজবংশী নহয়

কাৰণে, বৃটিচ্ ৰাজে তেওঁৰ দাবী গ্ৰাহ্য নকৰিলে। তথাপি, তেওঁ আগেয়ে ভোগ কৰা ৰাজ্যতে তেওঁক জমিদাৰ পতা হল। সেই বাবে তেওঁ বৃটিচ্ গৱৰ্ণমেণ্টক বছৰি ৪৯০৲ টকা কৰ শোধাইছিল।

মুঠ্-কথা।—কছাৰি জাতি ব্ৰহ্মপুত্ৰ উপত্যকাৰ আদি-বাসী মানুহ। ইবিলাকৰ দোৱান আছিল, কিন্তু সাহিত্য নাই। আহোম ৰজাৰ লগত কছাৰি ৰজাৰ ভালেমান ৰণ লাগিছিল। সেইবোৰ আজিকালিও "কছাৰি-ৰণ" নামে অসমীয়া মানুহৰ মুখত পটন্তৰ হৈছে। কছাৰি ৰাজ্য আদিতে দিখৌ নৈৰ পূৰভাগত আছিল। তাৰপৰা আহোম ৰজাই ঠেলি নি নি ধনশিৰীৰ দক্ষিণে ডিমাপুৰ পোৱালেগৈ; তাৰ পাচত, মায়বং নামে ঠাইত ঠেলি থলেগৈ। এতিয়া সেই ঠাই চুৰমা উপত্যকাৰ ভিতৰ। আৰু, এতিয়াৰ কাছাৰ জিলাই আগৰ কছাৰি ৰাজধানী আছিল। খুন্‌খৰাৰ-পৰা গোবিন্দচন্দ্ৰলৈকে কুৰিজনমান কছাৰি ৰজা হৈছিল। কছাৰিৰ মুঠ ৰাজভোগৰ কাল ৩০০ তিনি-শ বছৰ। কছাৰি ৰাজ-বংশৰ আজিকালি চিন্ মৰি আহিছে। হিন্দুৰ সংসৰ্গত যিবিলাক এতিয়া আগশাৰীলৈ উঠিছে, তাৰ এভাগে সৰুকোচ নাম লৈছে। যিবিলাক হিন্দুৰ আচাৰ-ব্যৱহাৰত শৈশত হৈ উঠিছে, সিবিলাক বৰকোচ নামে অভিহিত হৈছে। কছাৰিৰ এটা ঠাল সোণোৱাল। সিবিলাকৰ অৱস্থা আনবিলাকতকৈ টনকিয়াল।

---

# ১১। পাঠ।

## কোচ ৰজাৰ কথা।

কোচ আৰু কছাৰিৰ জাঁতিগুৰি একেটা। দুয়ো একেটা বৰো বংশৰপৰা ওলোৱা দুটা ঠাল বা ফৈদ। ৰাজভোগত কোচতকৈ কছাৰি আগ। কছাৰি ৰজাই যেতিয়া উজনিৰ ৰাজ্য আহোম ৰজাক এৰি দি মাজ অসমত ৰাজ্য পাতেগৈ, তেতিয়া নামনি অসমত কোচ ৰজাই নতুনকৈ ৰাজ্য পাতিছিল মাথোন। আগধৰি হিন্দু হোৱাৰ কাৰণে, হিন্দু সমাজত কোচ ফৈদে কছাৰিতকৈ আগশাৰীত ঠাই পাইছে।

আদিতে নামনি কামৰূপত হাজো নামে এজন কোচ ফৈদী শাসনকৰ্ত্তা আছিল। তেওঁৰ পুতেক নাছিল, হীৰা আৰু জীৰা নামে দুজনী জীয়েক মাথোন আছিল। তেওঁ জীয়েকহঁতলৈ হৰিয়া মেছ নামে এটা মানুহ চপাই লয়। সেই হৰিয়া মেছৰপৰাই হীৰা আৰু জীৰাৰ ক্ৰমে বিশু আৰু শিশু নামে দুটি পুত্ৰ লাভ হয়। ১৪৮৫ খ্ৰীষ্টাব্দত হাজো দুকালত তেওঁৰ ৰাজ্যত বিশু ৰজা আৰু শিশু যুৱৰাজ হল। তাৰ পাচত, বিশুৱে বিশ্বসিংহ আৰু শিশুৱে শিৱসিংহ নাম লয়। বিশ্বসিংহ এজন বৰ প্ৰতাপী ৰজা আছিল। তেওঁ ৪৯ বছৰ ৰজা হৈ কোচ ৰাজ্য ভালেমানলৈকে বঢ়ালে। তেওঁৰ ১৮ গৰাকী কুৱঁৰীৰপৰা ১৮ জন পুত্ৰ হৈছিল। তাৰ ভিতৰত নৰসিংহ, মালদেৱ, শুক্লধ্বজ আৰু গোঁহাইকমলা এই কেইজন খাই।

বিশ্বসিংহৰ পাচত, তেওঁ দি যোৱা দিহামতে, ১৫৩৪ খ্রীষ্টাব্দত মালদেৱ, ৰজা হয়। মালদেৱে, ৰজা হোৱাৰ পাচত, নৰনাৰায়ণ নাম লয়। আৰু, তেওঁ শুক্লধ্বজক চিলাৰায় নাম দি যুৱৰাজ পাতে। এই কথাত বেজাৰ পাই, ককায়েক নৰসিংহই ৰাজ্যত বিদ্রোহ তুলিছিল। কিন্তু, তেওঁ উদ্দেশ্য সিদ্ধি কৰিব নোৱাৰি দেশ এৰি বিদেশলৈ পলাব লগা হল। তাৰ পাচত, নৰনাৰায়ণে বৰ সুখ্যাতিৰে সৈতে ৰাজ্য চলাবলৈ ধৰিলে। তেওঁ ৰজা হৈয়ে আহোম ৰাজ্য দুবাৰ আক্রমণ কৰাইছিল। তাৰ কথা "বুৰঞ্জীবোধ"ৰ মাজছোৱাত, তৃতীয় পাঠত বহলাই কোৱা হৈছে।

চিলাৰায় এজন আচল বীৰ পুৰুষ আছিল। ৰণ-বিদ্যাত তেওঁ বৰ পৈণত আছিল। কোচ ৰজাই আহোম ৰজাৰে সৈতে মিত্রিৰ পতাৰ পাচত, তেওঁ অসমৰ চাৰিওফালে দেশ জয় কৰিবলৈ ধৰিলে। বছৰচেৰেকৰ ভিতৰতে তেওঁ কছাৰি ৰজা, জয়ন্তীয়াৰ ৰজা, মণিপুৰৰ ৰজা, ত্রিপুৰাৰ ৰজা, ডিমৰীয়াৰ ৰজা এইবিলাকক এজন-এজনকৈ ৰণত হৰুৱাই কোচ ৰজা নৰনাৰায়ণৰ তলতীয়া কৰিলে। তাৰ পাচত, তেওঁ শ্রীহট্ট ৰাজ্য আক্রমণ কৰেগৈ। কিন্তু, সেই সময়ত, শ্রীহট্টৰ ৰজা বৰ পৰাক্রমী আছিল। গতিকে, তেওঁ চিলাৰায়ৰে সৈতে তয়াময়াকৈ ৰণ পাতিলে। অৱশেষত চিলাৰায় ৰণত জিকিলগৈ যদিও, সেই ৰণত তেওঁৰ ভালেমান পৈণত ৰণুৱা নিপাত হল। তথাপি, বাকী ৰণুৱাৰে সৈতেই মনৰ বলত তাৰপৰা বাজে বাজে গৈ, চিলাৰায়ে বিষম বিক্রমেৰে গৌৰদেশ আক্রমণ কৰিলেগৈ। এইবাৰ কিন্তু তেওঁৰ প্রতাপ নচলিল।

গৌৰ দেশৰ ৰজাই উলটি ধৰাত দুয়ো পক্ষৰ মাজত ঘোৰতৰ ৰণ লাগিল। ৰণত চিলাৰায়ৰ ৰণুৱা সমূলঙ্কে নিপাত হোৱাৰ পাচত, তেওঁ শত্রুৰ হাতত বন্দী হল।

সেই সময়তে, ১৫৫৩ খ্রীষ্টাব্দত বঙ্গদেশৰ সেনাপতি কালাপাহাৰে অসম দেশ আক্রমণ কৰেহি। কালাপাহাৰ আগেয়ে বামুণ আছিল; পাচত তেওঁ মছলমান হয়। তেওঁ অসম সোমায়েই পোনেই কামাখ্যা পীঠ আক্রমণ কৰিলেগৈ। তেতিয়া চিলাৰায় বিদেশত বন্দী। ইফালে ৰাজ্যত ভাল ৰণুৱাও নাই। গতিকে, কালাপাহাৰে কামাখ্যা মন্দিৰ হেলাৰঙ্গে ভাঙ্গি নানা উৎপাত্ কৰি উলটি গুচি গল। এয়ে অসমত মছলমানৰ সপ্তম আক্রমণ। তাৰ পাচত, চিলাৰায় গৌৰ দেশৰপৰা মুকলি হৈ আহিলত, মহাৰাজ নৰনাৰায়ণে কামাখ্যাৰ ভগা মন্দিৰ আকৌ ভালকৈ সজাই দিলে।

ইয়াৰ পাচত, চিলাৰায় দিল্লীলৈ যায়। তাত আকবৰ সম্রাটৰে সৈতে আলচ পাতি তেওঁ মোগলৰ সহায়েৰে আকৌ গৌৰ দেশ আক্রমণ কৰিলেগৈ। এইবাৰ গৌৰৰ ৰজা ৰণত ঘাটিল। চিলাৰায়ে গৌৰ দেশ সমানে ভগাই, এভাগ মোগল সম্রাটক দি, ইভাগ কোচ ৰাজ্যৰ লগত চামিল কৰিলে। তাৰ পাচত, স্বদেশলৈ উলটি আহোঁতে বাটতে চিলাৰায় নৰিয়া পৰি ঢুকাল।

মহাৰাজ নৰনাৰায়ণ বৰ ধাৰ্ম্মিক আৰু বিদ্বান ৰজা আছিল। তেওঁৰ আমোলত পণ্ডিতমণ্ডলীৰ বৰ আদৰ বাঢ়িছিল। শঙ্কৰদেৱ, মাধৱদেৱ, অনন্ত কন্দলি এই সকল তেওঁৰ দিনৰ পণ্ডিত আছিল।

তেওঁ আটৈ কুবি বছৰ বৰ সুখ্যাতিৰে ৰাজপাট খাই, ১৫৮৪ খ্ৰীষ্টাব্দত স্বৰ্গী হল।

মহাৰাজ নৰনাৰায়ণে মৰণৰ সময়ত পুতেক লক্ষ্মীনাৰায়ণ, আৰু ভতিজাক ৰঘুৰায়ৰ মাজত তেওঁৰ ৰাজ্য ভগাই দি যায়। ৰঘুৰায় যুৱৰাজ চিলাৰায়ৰ পুতেক। নৰনাৰায়ণৰ পাচত, তেওঁৰ দিহা মতেই শোণকোষৰ পূব ভাগত ৰঘুৰায় আৰু পছিম ভাগত লক্ষ্মীনাৰায়ণ ৰজা হল। লক্ষ্মীনাৰায়ণৰ ৰাজ্যত এতিয়াৰ কোচ-বিহাৰ, দিনাজপুৰ, জলপাইগুৰি আৰু ভাটী-ৰংপুৰ জিলা পৰিছিল; ৰঘুৰায়ৰ ৰাজ্যত এতিয়াৰ গুৱালপাৰ, কামৰূপ আৰু মঙ্গলদৈ মহকুমা পৰিছিল। এই দৰেই বছৰচেৰেক দুয়ো দুখন সুকীয়া ৰাজ্যত ৰজা হৈ আছিল। কিন্তু, পাচলৈ দুয়ো দুইকো হিংসা কৰিবলৈ ধৰিলে। তাৰ ফলত দুইৰো ভিতৰত কন্দল লাগি উঠিল। সেই কন্দল লাগি থাকোঁতেই ৰঘুৰায় ঢুকাল, আৰু তেওঁৰ ৰাজ্যত তেওঁৰ পুতেক পৰীক্ষিতনাৰায়ণ ৰজা হল। পৰীক্ষিত ৰজা হৈয়ে দদায়েক লক্ষ্মীনাৰায়ণ ৰজাক আক্ৰমণ কৰিলেগৈ। লক্ষ্মীনাৰায়ণে ঠাৱৰিব নোৱাৰি ঢাকাৰ নবাবৰ আশ্ৰয় ললেগৈ। এই কথাত ভয় খাই পৰীক্ষিতনাৰায়ণেও নবাবৰ কাষ চাপিলেগৈ; নবাবে আগধৰি লক্ষ্মীনাৰায়ণৰ পক্ষ লোৱাত, পৰীক্ষিতে তাৰপৰা জাহাঙ্গীৰ বাদচাহৰ ওচৰলৈ আগ বাঢ়িল; কিন্তু দিল্লী নৌ পাওঁতেই বাটতে তেওঁ ঢুকাল। সেই ছেগতে, ইকালে ১৬১৩ খ্ৰীষ্টাব্দত নবাবে পৰীক্ষিতৰ ৰাজ্য দখল কৰি বহিলেহি। এয়ে অসমত মছলমানৰ ৮ম, আক্ৰমণ।

মছলমানে ৰাজ্য কাঢ়ি লোৱাত পৰীক্ষিতৰ ভায়েক বলিত-নাৰায়ণে আহোম ৰজাৰ আশ্ৰয় ললেহি। আহোম ৰজাৰ সেনাপতিয়ে মছলমানক খেদি বলিতনাৰায়ণক ককায়েকৰ ৰাজত্য ৰজা পাতিলে। এই কথা শুনি দিল্লীত জাহাঙ্গীৰ বাদচাহ খঙত জ্বলি উঠিল। তেওঁ ততালিকে সত্ৰাজিত আৰু আবাবাকৰ নামে দুজন সেনাপতিক সসৈন্যে পঠিয়াই আহোম ৰাজ্য আক্ৰমণ কৰালে। ১৬২৭ খ্ৰীষ্টাব্দত কলিয়াবৰতে আহোম আৰু মছলমানৰ মাজত ৰণ লাগিল। ৰণত আহোম জিকিল, আৰু মছলমান উলটি পলাল। এয়ে অসমত মছলমানৰ ৯ম, আক্ৰমণ।

এই পৰাজয়ৰ বাতৰি পাই জাহাঙ্গীৰ বাদচাহ খঙত চতুৰ্গুণে জ্বলি উঠিল। তেওঁ আব্দুৰ চালাম নামে এজন সেনাপতিক ভালেমান কাজুৱা সেনা দি আকৌ অসমদেশ আক্ৰমণ কৰিবলৈ পঠিয়ালে। প্ৰথমতে তেওঁ বলিতনাৰায়ণৰ হাতত কেইবাবাৰো ঘাটিছিল। পিচে, এনে সময়েতে ৰঙ্গামাটিৰ নবাবেও বলিতনাৰায়ণক আন হাতে আক্ৰমণ কৰিলেগৈ, আৰু শ্ৰীঘাটৰ ওচৰতে এখন ৰণ লাগি উঠিল। গতিকে, একে সময়তে দুখন ৰণত পৰি ঠাৰ ৰিৰ নোৱাৰি বলিত-নাৰায়ণ শিঙৰিলৈ পলাই গল। আৰু, পলৰীয়া অৱস্থাত তাতে তেওঁ ঢুকাল। তেওঁৰ লগতে কোচৰ ৰাজত্বও অস্ত পৰিল। মছলমানে অহোমৰ পাণ্ডু আৰু শ্ৰীঘাটৰ দুৰ্গ হাত কৰি, কোচ ৰাজ্য দখল কৰিলে। এয়ে অসমত মছলমানৰ ১০ম, আক্ৰমণ।

মছলমানে কোচ ৰাজ্য দখল কৰি, পৰীক্ষিতনাৰায়ণৰ পুতেক বিজিতনাৰায়ণক দদায়েক বলিতনাৰায়ণৰ ৰাজ্যত জমিদাৰ পাতিলে।

বিজিতনাৰায়ণে বেজিনী নামে ঠাইত ৰাজধানী পাতি মহুলমানৰ তলে জমিদাৰী ভোগ কৰিবলৈ ধৰিলে। পাচলৈ তেওঁৰ বংশৰ জমিদাৰ সকলক বেজিনী ফৈদ বোলা হয়। আগেয়ে এই জমিদাৰীৰ বাবে মোগল সম্ৰাটক বছৰি ২০০০৲ টকা ৰাজহ শোধাব লগা হৈছিল; বৃটিচৰ আমোলত সেই ৰাজহ ২১৫০৲ টকা ধাৰ্য্য হয়। এতিয়া এই জমিদাৰী গৱৰ্ণমেণ্টৰ "কোৰ্ট অৱ্‌ ওৱাৰ্ড"ৰ তত্ত্বাৱধানত চলিছে।

মহুলমানে গুৱালপাৰত বেজিনী ফৈদক জমিদাৰ পতাৰ পাচত, আহোম ৰজাই দৰঙ্গী ফৈদক এতিয়াৰ মঙ্গলদৈ মহকুমাত জমিদাৰ পাতে। এই ফৈদৰ আদি জমিদাৰ মহেন্দ্ৰনাৰায়ণ। তেওঁ বলিত-নাৰায়ণৰ পুতেক। দৰঙ্গী ফৈদৰ জমিদাৰসকলে আহোম ৰজাৰপৰা "ৰজা" খিতাপ পাইছিল। পাচলৈ গৃহকন্দল লাগি সিবিলাক জুৰুলা হবলৈ ধৰিলে। শেহান্তৰত, সিবিলাক জমিদাৰী চলাবলৈকো অপাৰগ হৈ পৰিল। গতিকে, আহোম ৰজাই সিবিলাকক প্ৰবৰ্ত্তিৰৰ জোখাৰে মাথোন নিষ্কৰ মাটি ভোগ কৰিবলৈ দি, দৰং ৰাজ্য অহোমৰ খাচ্‌ দখলৰ ভিতৰ কৰিলে। বৃটিচ্‌ আমোলৰপৰা দৰঙ্গী ফৈদৰ বংশধৰে সেই মাটি নিষ্পাখেৰাজকৈ ভোগ কৰিবলৈ পাইছে।

**মুঠ্‌ কথা।**—কোচ জাতি বদোবংশী মানুহ। সিবিলাক অসমৰ আদিবাসী লোক। আদিতে সিবিলাক মেছবংশী আছিল। মেছ কছাৰিৰে এটা ঠাল মাথোন। কোচ ৰজাৰ আদিপুৰুষৰ নাম হাজো। সিবিলাকৰ বংশৰ মূলপুৰুষ হৰিয়া মেছ। কোচৰ প্ৰথম ৰজা বিশ্বসিংহ। তেওঁৰ পুতেক মহাৰাজ নৰনাৰায়ণ।

নৰনাৰায়ণৰ দিনতে কোচৰ গৌৰৱ বৰকৈ বাঢ়িছিল। নৰনাৰায়ণ এজন পণ্ডিত-ৰজা আছিল। শঙ্কৰদেৱ, মাধৱদেৱ, অনন্ত কন্দলি এই সকল তেওঁৰ দিনতে জিলিকি উঠিছিল। কোচ ৰাজবংশীৰ ভিতৰত চিলাৰায় এজন মহাবীৰ আছিল। তেওঁ মহাৰাজ নৰনাৰায়ণৰ ভায়েক। তেওঁ নৰনাৰায়ণৰ থাই সেনাপতি আছিল। কোচ ৰাজবংশ শেহত দৰঙ্গী আৰু বেজিনী এই দুটা ফৈদত ভাগ হৈ মাৰ যায়। বেজিনী ফৈদৰ জমিদাৰী এতিয়াও আছে। দৰঙ্গী ফৈদে জমিদাৰী হেৰুৱাই এতিয়া জুকলা হৈ পৰিছে। এই দুয়ো ফৈদৰ আঁতিগুৰি একেজন,—মহাবীৰ চিলাৰায়। চিলাৰায়ৰ পুতেক ৰঘুৰায়। ৰঘুৰায়ৰ পুতেক পৰীক্ষিত আৰু বলিতনাৰায়ণ। পৰীক্ষিতৰ পুতেক বিজিতনাৰায়ণৰপৰা বেজিনী ফৈদ, আৰু বলিতনাৰায়ণৰ পুতেক মহেন্দ্ৰনাৰায়ণৰপৰা দৰঙ্গী ফৈদৰ উৎপত্তি।

---

# ১২। পাঠ।

## সৰু-সৰু ৰজাৰ কথা।

অসমৰ বুৰঞ্জীৰ মাজছোৱাত আহোম, চুটীয়া, কছাৰি আৰু কোচ ৰজাত বাজেও কিছুমান সৰু-সৰু ৰজা বা ৰাজখোৱা আছিল। সিবিলাকৰ বহুল বিৱৰণ ডাঙৰখন "অসমৰ বুৰঞ্জী"ত বহলাই

কোৱা হৈছে। এই চমু "বুৰঞ্জীবোধ"ত সিবিলাকৰ বিষয়ে চমুকৈ উল্লেখ কৰিওৱা হব মাথোন।

আৰিমত্ত ৰজাৰ বংশ লোপ পোৱাৰ লগে লগে অসমৰ নিজাপি লোক এদলে ঠায়ে ঠায়ে সৰু-সৰু ৰাজ্য পাতিছিল। সিবিলাক ৰজা নহলেও ৰাজখোৱা আছিল। সিবিলাকৰে এদলক "বাৰভূঞা" নামে জনা যায়। ভূঞাৰ অৰ্থ ভূঁই বা ভূমিৰ অধিকাৰী। সেই সূত্ৰতে সিবিলাকক সৰু-সৰু ভূপতিও বুলিব পাৰি। সিবিলাকৰ বাৰ জন বাৰ ঠাইত প্ৰখ্যাত হৈ উঠিছিল ; সেই কাৰণে সিবিলাকক "বাৰভূঞা" বোলা যায়। বাৰঘৰ কায়স্থ ভূঞাত বাজেও দুঘৰ বামুণ ভূঞা আছিল। চুটীয়া আৰু কোচ ৰজাৰ আমোলত বাৰ-ভূঞাৰ প্ৰতাপ বৰকৈ চৰিছিল। বিশেষকৈ ভূঞাবিলাক কোচৰ চিৰবৈৰী আছিল। কিন্তু, আহোম ৰজাৰ ওচৰত সিবিলাকৰ সেই বল নৰজিল ; শেহান্তৰত ভূঞাবিলাকে আহোম ৰজাৰ তলতীয়া কৰ্ম্মচাৰীৰূপে দেশ জয় কৰি ফুৰিছিল।

খাচী আৰু জয়ন্তীয়া পাহাৰকে আগেয়ে জয়ন্তীয়া ৰাজ্য বোলা হৈছিল। সেই ৰাজ্যৰ অধিপতিক জয়ন্তীয়া ৰজা বুলিছিল। ইবিলাকৰ স্বকীয়া ভাষা আৰু সাহিত্য আছিল। সেয়ে খাচী সাহিত্য। সি এতিয়া ওখ খাপৰ পঢ়াশালিৰ পাঠ্য হৈছে। কিন্তু, সিবিলাকৰ বুৰঞ্জী লিখাৰ ৰীতি নাছিল। সেই কাৰণে, জয়ন্তীয়া ৰজাৰ বিষয়ে মানুহৰ মুখে শুনা কথাত বাজে আন তথ্য পাবলৈ নাই। আহোম আৰু কোচ ৰজাৰ সম্পৰ্কত মাথোন জয়ন্তীয়া ৰজাৰ বিষয়ে অলপ বহুল আভাস পোৱা যায়। জয়ন্তীয়া

ৰজা ভ্যালেমানৰ নাম পোৱা যায়; তাৰ ভিতৰত ধনমাণিক, যশমাণিক, ৰামসিংহ এই কেইজন ঘাই। ৰামসিংহ জয়ন্তীয়াৰ শেহ ৰজা। তেওঁৰ দিনতে, ১৭০৮ খ্ৰীষ্টাব্দত জয়ন্তীয়া ৰাজ্য আহোম ৰাজ্যৰ লগত চামিল কৰা হয়।

শ্ৰীহট্ট এখন পুৰণি দেশ। ইয়াৰ আদি নাম গোৰ বা গৌৰ। আদিতে এই দেশ কামৰূপ ৰাজ্যৰ ভিতৰত আছিল। পাচত শ্ৰীহট্টৰ উত্তৰ ভাগ বঙ্গদেশৰ সেনবংশী ৰজাই দখল কৰে, আৰু দক্ষিণ ভাগ ত্ৰিপুৰা ৰাজ্যৰ লগত চামিল হয়। শ্ৰীহট্টৰ ৰজাৰ বিষয়ে লিখা বুৰঞ্জী নাই। আহোম আৰু মোগল সম্ৰাট আৰু বৃটিচ্ গৱৰ্ণমেণ্টৰ সম্পৰ্কত হে সিবিলাকৰ বিষয়ে অলপ জনা যায়। শ্ৰীহট্ট ৰাজ্য অসম উপত্যকাতকৈ ডেৰ-শ বছৰৰ আগেয়েই, ১৬৭৫ খ্ৰীঃ চনতে বৃটিচ্ গৱৰ্ণমেণ্টৰ তললৈ যায়। তাৰ আগতে দুশ বছৰমান শ্ৰীহট্ট মোগল সম্ৰাটৰ দখলত আছিল।

মণিপুৰ এখন অতি পুৰণি ৰাজ্য। ইয়াৰ নাম মহাভাৰততো পোৱা যায়। কিন্তু, মণিপুৰীয়া ৰজাৰ স্বকীয়া বুৰঞ্জী নাই। সেই কাৰণে, আহোম ৰজা আৰু বৃটিচ্ গৱৰ্ণমেণ্টৰ বুৰঞ্জীত হে সিবিলাকৰ বিষয়ে উল্লিকিউৱা হৈছে। মণিপুৰৰ আগৰ ৰজাবিলাকৰ নাম পাবলৈকো নাই। ১৭৫০ খ্ৰীষ্টাব্দৰপৰা মাথোন জনদিয়েক ৰজাৰ বিষয়ে অলপ-অচৰপ জনা যায়। সিবিলাকৰ ভিতৰত জয়সিংহ, চৌৰজিত সিংহ, মাৰ্জ্জিত্ সিংহ, গম্ভীৰসিংহ, চন্দ্ৰকান্তসিংহ, সুৰচন্দ্ৰসিংহ এই কেইজন ঘাই। ১৮২৬ খ্ৰীষ্টাব্দৰপৰা মণিপুৰ বৃটিচৰ মিত্ৰ ৰাজ্যৰ লেখত পৰে। তেতিয়াৰেপৰা মণিপুৰত

বৃটিচ্ গৱৰ্ণমেণ্টৰ এজন 'পলিটিকেল এজেণ্ট' বা ৰাজপ্ৰতিনিধি থকাৰ নিয়ম চলে। ১৮৯১ খ্ৰীষ্টাব্দত মণিপুৰত এটা ভয়ঙ্কৰ বিদ্ৰোহ হৈছিল। সেই আপাহতে, অসমৰ চীফ কমিচনাৰ মিঃ কুইণ্টন, বৃটিচ্ পলিটিকেল এজেণ্ট মিঃ গ্ৰীম্‌উড্ প্ৰভৃতি পাঁচজন বৃটিচ্ ৰাজকৰ্ম্মচাৰীক মণিপুৰীবিলাকে ঠেকত পেলাই লৈ বধ কৰে। সেই অপৰাধত শুৰচন্দ্ৰসিংহক ভাঙ্গি নাবালক ৰাজকোঁৱৰ চূড়াচন্দ্ৰসিংহক ৰজা পতা হয়; যুৱৰাজ কুলচন্দ্ৰক দেশান্তৰ কৰা হয়; সেনাপতি টিকেন্দ্ৰজিত আৰু টঙ্গাল জেনেৰেলক ফাঁচী দিয়া হয়। চূড়াচন্দ্ৰসিংহই এতিয়া বৃটিচ্ ৰজাৰপৰা মহাৰাজ খিতাপ পাইছে।

ভুঞা-কথা।—"বাৰভূঞা" নামে বাৰজন ৰাজখোৱা আছিল। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে সিবিলাকৰ ক্ষমতা প্ৰবল আছিল। দক্ষিণ পাৰেও বাৰজন ভূঞাৰ বসতি আছিল, কিন্তু সিবিলাকে উত্তৰপৰীয়া ভূঞাসকলৰ দৰে ৰাজকীয় ক্ষমতা চলাব পৰা নাছিল। ভূঞা আটাইবিলাকেই কায়স্থ, মাথোন ওপৰঞ্চি দুঘৰ বামুণ ভূঞাৰ বসতি কামৰূপত থকা জনা যায়। ভূঞাবিলাক কোচৰ জাতবৈৰী আছিল। শদিয়া অঞ্চলত খামতী ৰজাৰ প্ৰভুত্ব চলিছিল। ডিব্ৰুগড় মটকৰ ৰাজধানী আছিল। জয়ন্তীয়া, শ্ৰীহট্ট, মণিপুৰ এই কেইখন সৰু সৰু ৰাজ্যতো স্বকীয়া ৰজা আছিল। শেহান্তৰত অসমৰ সৰু-সৰু ৰজা আটাইবিলাক আহোম ৰাজৰ শৰণীয়া হয়গৈ। মণিপুৰীয়া ৰজা এতিয়াও আছে। তেওঁ এতিয়া বৃটিচ্-ৰাজৰ তলতীয়া।

---

# শেহছোৱা।



# ১। পাঠ।



## কোম্পানীৰ দিন।

"আহোমৰ দিন"ৰ পাচত, অসমত "কোম্পানীৰ দিন" আৰম্ভ হয়। ১৮২৫ খ্ৰীষ্টাব্দৰ সন্ধিমতে অসম দেশ আহোমৰ হাতৰ-পৰা "ইষ্ট ইণ্ডিয়া কোম্পানী"ৰ হাতলৈ যায়। আহোম ৰজা আৰু তেওঁৰ ঘাই ঘাই মন্ত্ৰী-বিষয়াসকলে কোম্পানীৰপৰা পেঞ্চন পোৱাৰ নিয়ম হয়।

পোনতে অসমদেশ বঙ্গদেশৰ লগত চামিল হয়; তাৰ পাচত ইয়াক উত্তৰ-পূব বঙ্গদেশৰ কমিচনাৰৰ অধীনত ৰখা হয়। তেতিয়া ডেভিড্ স্কট চাহাব সেই বিভাগৰ কমিচনাৰ আছিল। "কোম্পানীৰ দিন" আৰম্ভ হওঁতে অতি উজনি অসমত মটকৰ ৰাজ্য বৰসেনাপতিক আৰু খাম্‌তীৰ ৰাজ্য শদিয়াখোৱা খাম্‌তী গোহাঞিৰ জিম্মাত ৰখা হয়। তাৰ বাবে বৰসেনাপতিয়ে বৃটিচ্ গৱৰ্ণমেণ্টক বছৰি ১২,০০০্ টকা শোধাবলৈ স্থিৰ হৈছিল; কিন্তু সেই কৰ অতিপাত যেন বোধ হোৱাত, পাচত তাক ১০০০্ টকালৈ কমাই দিয়া হয়। শদিয়াখোৱা গোহাঞিয়ে কৰ দিব নালাগিছিল;



মহাৰাণী ভিক্টোৰীয়া।

কিন্তু তেওঁ তেওঁৰ ৰাজধানীত ২০০ জন চিপাহীৰে সৈতে ইষ্ট-ইণ্ডিয়া-কোম্পানীৰ এজন বৃটিচ্ পলিটিকাল এজেণ্ট পুহিবলৈ গাত লয়। এতিয়াৰ ডিব্রুগড়েই তেতিয়া মটক ৰাজ্যৰ ৰাজধানী আছিল। আৰু, এতিয়াৰ শদিয়াই খামতীৰ ৰাজধানী আছিল।

বঙ্গদেশৰ অকল এজন কমিচনাৰৰ দ্বাৰাই অসমদেশকো শাসন কৰোৱাটো টান যেন বোধ হল। সেই কাৰণে, তেওঁৰ তলত আৰু

দুজন সহকাৰী কমিচনাৰ নিযুক্ত কৰা গল। ইবিলাক দুজনক জুনিয়াৰ আৰু চিনিয়াৰ কমিচনাৰ বোলা হৈছিল। এজনৰ গাত নামনি অসম আৰু ইজনৰ গাত উজনি অসমৰ শাসনৰ ভাৰ দিয়া হয়। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে ভৈৰবী আৰু দক্ষিণ পাৰে ধনশিৰী নৈকে মাজসীমা পাতি উজনি আৰু নামনি নামে খাচ্ অসম দেশ দুভাগ কৰা হয়।

১৮৩১ খ্ৰীষ্টাব্দত ডেভিড্ স্কট্ চাহাব ঢুকালত, তেওঁৰ ঠাইত মিঃ টি, চি, ৰবাৰ্টচন কমিচনাৰ হয়। তেওঁৰ আমোলত উজনি অসমৰ নামনি ভাগত আহোম স্বৰ্গদেৱ পুৰন্দৰসিংহক আকৌ ৰজা পতা হৈছিল। ১৮৩২ খ্ৰীষ্টাব্দৰ সন্ধি মতে, উজনি অসমৰ সেই ছোৱা পুৰন্দৰসিংহ স্বৰ্গদেৱক বছৰি ৫০,০০০৲ টকা কৰ শোধাই ভোগ কৰিবলৈ দিয়া হয়। তাৰ পাচত, সেই কৰ শোধাবলৈ তেওঁ অপাৰগ হোৱাত, সেই ছোৱা ৰাজ্যও কোম্পানীৰ খাচ্ দখলৰ ভিতৰ কৰা হয়।

১৮৩৪ খ্ৰীষ্টাব্দত মিঃ ৰবাৰ্টচনৰ ঠাইত জেনেৰেল জেন্‌কিন্স কমিচনাৰ হয়। তেওঁ আহিয়েই বৃটিচ্ খাচ দখলৰ অসম খণ্ড দৰং, নগাওঁ, কামৰূপ আৰু গুৱালপাৰ এই চাৰিখন জিলাত ভাগ কৰে। জেনেৰেল জেন্‌কিন্সৰ আমোলতে অসমৰ বাকী কৰতলীয়া ৰাজ্য-বিলাকো এখন-এখনকৈ বৃটিচৰ খাচ্ দখললৈ যায়। ১৮৩৬ খ্ৰীষ্টাব্দত কাছাৰ জিলা বৃটিচ্ ৰাজ্যৰ ভিতৰ কৰি তাত এজন ডেপুটী কমিচনাৰ পতা হয়। ১৮৩৮ খ্ৰীষ্টাব্দত পুৰন্দৰ সিংহ স্বৰ্গদেৱে নিৰ্দ্ধাৰিত কৰ শোধাবলৈ অপাৰগ হোৱাত, তেওঁ ভোগ

কৰা উজনি অসম খণ্ড বৃটিচ খাচ দখলৰ ৰাজ্যত চামিল কৰা হয়। তেতিয়াৰপৰা আহোম ৰজা আৰু আহোম ৰাজপুৰুষ-সকলক বৃটিচ্-ৰাজৰ পেঞ্চনভোগী কৰা হয়। সেই কালত আহোম পেঞ্চন মাহে ১২, ০০০৲ টকা আছিল। তাৰ পাচত, ১৮৪২ খ্ৰীষ্টাব্দত শদিয়াখোৱা গোহাঞিক পেঞ্চন দি, খামতী ৰাজ্য খণ্ড বৃটিচ্ খাচ্ দখলৰ লগ লগোৱা হয়। ১৮৪৩ খ্ৰীষ্টাব্দত বৰসেনাপতিৰ পৰিয়ালক বছৰি ৭০০০৲ টকাকৈ পঁচা দিয়াৰ নিয়ম বান্ধি মটকৰ ৰাজ্য বৃটিচ্ খাচ দখলৰ ভিতৰ কৰা হয়। অৱশেষত, ১৮৫৪ খ্ৰীষ্টাব্দত কছাৰি ৰাজ্যৰ তুলাৰাম সেনাপতিক ভোগ কৰিবলৈ দিয়া ৰাজ্যও বৃটিচৰ খাচ্ দখললৈ নি, গোটেই অসম দেশত বৃটিচৰ একদনীয়া দখল স্থাপন কৰা হয়। তেতিয়াৰ পৰা গোটেই অসমত "কোম্পানীৰ দিন" হল।

সদৌ অসম দেশ বৃটিচৰ খাচ্ দখলত পৰাৰ বছৰচেৰেকৰ পাচতে এটা ভয়ানক ৰাজবিপ্লৱ ঘটিবলৈ ধৰিছিল। ১৮৫৭ খ্ৰীষ্টাব্দত ডিব্ৰুগড়ত থকা বৃটিচ্ ৰেজিমেণ্টৰ চিপাহীবিলাক অকস্মাতে জিকাৰি উঠে। তাৰ পাচত, সিহঁতে বৃটিচৰ তলতীয়া নামৰূপীয়া ৰজাৰ লগত যোগ দিবলৈ ওলায়। ইয়াৰ সম্ভেদ্ লোৱাত জনা গল যে, সেই সময়ত চিপাহীহঁতে চাহাবাদৰপৰা এখন গুপুত পত্ৰ পাইছিল। তাত নামৰূপীয়া ৰজাৰ দেৱান মণিৰাম বৰুৱাৰ নামো উল্লেখ কৰা হৈছিল। সেই সময়ত মণিৰাম দেৱান কলিকতাত আছিলগৈ। সিবিলাকৰ ওপৰত সন্দেহ হোৱাৰ উপৰিও, সিবিলাক বিদ্ৰোহ ঘটোৱাৰ কাৰবাৰত থকাৰ প্ৰমাণ পোৱা যায়। সেই

কাৰণে, ইংকালে নামৰূপীয়া ৰজাক বন্দী কৰাই, সিকালৰপৰা মণিৰাম দেৱানক ধৰাই আনি যোৰহাটত ফাঁচী দিয়া হয়। মণিৰাম বৰুৱা এজন প্ৰতাপী লোক আছিল। তেওঁৱেই "দত্ত" উপাধি অসমত উলিয়ায়হি। মণিৰাম বৰুৱা দেৱান কায়স্থ আছিল; সেই আপাহতে আজিকালি অসমত কায়স্থ আৰু কলিতাৰ একভাগে দত্ত উপাধি লিখে। মণিৰাম দেৱানৰ ফাঁচী অসমত এটা বৰ ডাঙৰ ঘটনা।

জেনেৰেল জেন্‌কিন্সৰ পাচত, ১৮৬১ খ্ৰীষ্টাব্দত কৰ্ণেল হপ্‌কিন্সন উত্তৰ-পূৰ-বঙ্গ আৰু অসমৰ কমিচনাৰ হয়। তেওঁৰ আমোলতে, ১৮৬৬ খ্ৰীষ্টাব্দত ভোটান ৰাজ্য আক্ৰমণ কৰা হয়। ভুটীয়া ৰজা ৰণত ঘাটিলত দেৱানগিৰি নামে ভোটান ৰাজ্যৰ নামনি ভাগ বৃটিচ্ ৰাজ্যৰ চামিল কৰা হয়। এই ৰণৰ প্ৰসঙ্গতে অসমত ১৮৬৬ খ্ৰীষ্টাব্দত পোন্-প্ৰথমে টেলিগ্ৰাফৰ সৃষ্টি হয়। কৰ্ণেল হপকিন্সনৰ আমোলতে, ১৮৭১ খ্ৰীষ্টাব্দত বঙ্গদেশৰ লেফ্‌টেনেন্ট গৱৰ্ণৰ চাৰ জৰ্জ্জ কেম্বেল চাহাব বাহাদুৰে অসমৰ পঢ়াশালি আৰু আদালতৰপৰা বঙ্গালী ভাষা উঠাই দি, তাৰ ঠাইত অসমীয়া ভাষা চলাবলৈ নিয়ম কৰে।

• **মুঠি-কথা।**—আগেয়ে অসমত বৃটিচ্ গৱৰ্ণমেন্ট "ইষ্ট ইণ্ডিয়া কোম্পানী"ৰ তলে চলিছিল। সেই কাৰণে, তেতিয়া অসমত বৃটিচৰ শাসনকাল "কোম্পানীৰ দিন" বোলা হৈছিল। বৃটিচে পোনতে নামনি অসম খণ্ডহে নিজৰ খাচ্ দখললৈ নিছিল। উজনি অসমৰ নিচেই উজনিভাগ মটক আৰু খামতীক ভগাই দিয়া হৈছিল;

তাৰ নামনি ভাগ আহোমক এৰি দিয়া হৈছিল। পিচে, জেনেৰেল জেন্‌কিন্সৰ আমোলত সেই আটাইবিলাক ৰাজ্য বৃটিচৰ খাচ-দখললৈ নিয়া হল। ১৮৫৭ খ্ৰীষ্টাব্দত ভাৰতবৰ্ষত যি ভয়ানক চিপাহী-বিদ্ৰোহ হয়, সেই সূত্ৰতে অসমতো এটা বিদ্ৰোহ ঘটিবলৈ ধৰিছিল। পিচে, তাৰ মূলত মণিৰাম দেৱানক ধৰা পেলাই কাঁচী দিয়াত সেই বিদ্ৰোহ জঁয় পৰিল। ইয়াৰ তিনি বছৰৰ পাচত, ১৮৬০ খ্ৰীষ্টাব্দত অসমত চলি থকা আফুখেতি ৰহিত হয়। তেতিয়াৰপৰা প্ৰজাই এই খেতি কৰিব নোৱাৰা হল। আৰু, তেতিয়াৰপৰা এই খেতি বৃটিচ. গৱৰ্ণমেণ্টৰ এটা হাতৰ কাৰবাৰ হল। ইয়াৰপৰা গৱৰ্ণমেণ্টৰ বিস্তৰ লাভ হয়। "মণিৰাম দেৱানৰ কাঁচী" আৰু "আফু-খেতি ৰহিত" এই দুটা অসমত প্ৰধান ঘটনা। গঞা মানুহে এই দুটা ঘটনাৰ কাল চলিত শক আৰু চনৰ আৰম্ভণৰ নিচিনাকৈ লেখত ধৰে।

---

## ২। পাঠ।

## চীফ্ কমিচনাৰৰ গৱৰ্ণমেণ্ট।

১৮৭৪ খ্ৰীষ্টাব্দত অসম প্ৰদেশ বঙ্গদেশৰপৰা বেলেগ হয়। তেতিয়াৰেপৰা অসমত এজন চীফ. কমিচনাৰৰ দ্বাৰা গৱৰ্ণমেণ্ট চলে। কৰ্ণেল কিটিং অসমৰ পোন্-প্ৰথম চীফ কমিচনাৰ। সেই একে সময়তে কাছাৰ আৰু ছিলট জিলাকো খাচ-অসমৰ লগত

চামিল কৰা হয়। আৰু, তেতিয়াৰপৰাই অসম উপত্যকা আৰু চুৰমা উপত্যকা নামে অসম প্রদেশ দুভাগ হয়। পাচত, দুই বিভাগত দুজন কমিচনাৰ ৰখাৰ নিয়ম চলিছে। লক্ষীমপুৰ, শিৱসাগৰ, নগাওঁ, দৰং, কামৰূপ আৰু গুৱালপাৰ এই ছখন জিলাৰে সৈতে অসম উপত্যকা; কাছাৰ আৰু ছিলট এই দুখন জিলাৰে সৈতে চুৰমা উপত্যকা পতা হয়। ইয়াত বাজেও নগাপর্ব্বত, গাৰোপর্ব্বত আৰু খাচী-জয়ন্তীয়া পর্ব্বত এই তিনিখন জিলাৰে সৈতে এটা পর্ব্বতীয়া বিভাগ পতা হয়। পর্ব্বতীয়া বিভাগত কমিচনাৰ নাছিল; এই বিভাগ পোনহতীয়াকৈ চীফ্ কমিচনাৰৰ তলত আছিল। কর্ণেল কিটিং যোৱাৰ পাচত, ১৮৭৮ খ্রীষ্টাব্দত চাৰ এচ, চি, বেইলী চাহাব অসমৰ চীফ কমিচনাৰ হয়হি। কিন্তু, তেওঁৰ শাসনকাল পূৰা হবলৈ নৌ পাওঁতেই তেওঁ অসমৰপৰা যাব লগা হয়। ১৮৮১ খ্রীষ্টাব্দত মিষ্টাৰ ইলিয়ট (পাচত চাৰ চার্লচ্ ইলিয়ট) অসমৰ চীফ কমিচনাৰ হৈ আহে। তেওঁ এজন বৰ মৰমিয়াল আৰু শিক্ষানুৰাগী পুৰুষ আছিল। তেওঁৰ আমোলতে অসমীয়া ছাত্রই প্রবেশিকা পৰীক্ষাত উত্তীর্ণ হলেই মাহে ২০৲ টকাকৈ বৃত্তি লৈ কলিকতাৰ কলেজত পঢ়িবলৈ যাব পৰা হয়। ইলিয়ট চাহাবৰ পাচত, ১৮৮৭ খ্রীষ্টাব্দত মিঃ ডি, ফিট্জ্ পেট্রিক চাহাব চীফ্ কমিচনাৰ হৈ আহে। কিন্তু, দুবছৰ নৌ হওঁতেই তেওঁ অসমৰপৰা পঞ্জাবলৈ বদলি হৈ যায়।

মিঃ ফিট্জ্ পেট্রিকৰ পাচত, ১৮৮৯ খ্রীষ্টাব্দত অনৰেবল মিঃ জে, ডি, কুইন্টন চাহাব অসমৰ চীফ্ কমিচনাৰ হয়হি। তেওঁৰ

শাসনৰ প্ৰথম বছৰতে ১৮৯০ খ্ৰীষ্টাব্দত মণিপুৰত এটা বৰ ডাঙৰ বিদ্ৰোহ উপস্থিত হয়। সেই বিদ্ৰোহ দমাবলৈ যাওঁতেই তেওঁক আৰু তেওঁৰ লগৰীয়া আৰু চাৰিজন ইউৰোপীয়ান ৰাজকৰ্ম্মচাৰীক মণিপুৰীবিলাকে ছলকৈ বধ কৰে। এই বিষয়ে ওপৰত উল্লেকিয়াই অহা হৈছে।

মিঃ কুইন্টন মণিপুৰত কটা যোৱাৰ পাচত, ১৮৯১ খ্ৰীষ্টাব্দত মিঃ ডবলিউ, ই, ওৱাৰ্ড চাহাব ( পাচত চাৰ উইলিয়াম ওৱাৰ্ড ) অসমৰ চীফ্ কমিচনাৰ হৈ আহে। তেওঁ ইয়াৰ আগেয়েও ইয়ালৈ দুবাৰ অস্থায়ী ভাৱে চীফ্ কমিচনাৰ হৈ আহিছিল। তাৰো আগেয়ে তেওঁ অসম উপত্যকাত পাঁচ বছৰ জজ্ আৰু কমিচনাৰৰ পদত নিগাজীকৈ আছিল। তেওঁৰ দিনত অসমৰ মাটিৰ নতুন শ্ৰেণী-বিভাগ কৰি ৰাজহৰ নিৰিখ দুগুণকৈ বঢ়োৱাৰ প্ৰস্তাৱ উঠে। সেই কথাত প্ৰজাবিলাকে বৰকৈ আপত্তি কৰাত, ভাৰত-গৱৰ্ণমেণ্টে তাতকৈ কম নিৰিখত ৰাজহ নিৰ্দ্ধাৰিত কৰি দিয়ে।

১৮৯৬ খ্ৰীষ্টাব্দত চাৰ উইলিয়াম ওৱাৰ্ড চাহাবে পেন্‌চন্ লৈ যোৱাত, অনৰেবল মিঃ এইচ, জে, কটন চাহাব ( পাচত চাৰ হেন্‌ৰী কটন ) অসমৰ চীফ্ কমিচনাৰ হৈ আহে। তেওঁৰ দিনত ১৮৯৭ খ্ৰীষ্টাব্দৰ ১২ জুনত এটা বৰ ডাঙৰ ভুঁইকঁপ আহিছিল। সেই ভুঁইকঁপত অসমৰ ৰাজধানী খিলং আৰু ভৈয়ামৰ ভালেমান নগৰ আৰু গাওঁ-ভুঁই উছন যোৱাৰ নিচিনা হৈছিল। তেওঁৰ দিনতে, ১৮৯৮ খ্ৰীষ্টাব্দত লুচাই পাহাৰৰ উত্তৰ আৰু দক্ষিণ ভাগ একেলগ কৰি অসমৰ লগত চামিল কৰা হয়। তেওঁৰ আমোলতে,

১৮৯৯ খ্ৰীষ্টাব্দত ভাৰতবৰ্ষৰ গৱৰ্ণৰ জেনেৰেল লৰ্ড কৰ্জ্জন চাহাবে অসম পৰিভ্ৰমণ কৰি যায়হি। আৰু তেওঁৰ শাসনৰ কালতে, ১৯০০ খ্ৰীষ্টাব্দত বিলাতত মহাৰাণী ভাৰতেশ্বৰী ভিক্টোৰীয়া স্বৰ্গী হয়। মিঃ কটনৰ যত্নতে গুৱাহাটীত দ্বিতীয় শ্ৰেণীৰ কলেজ এটি দ্বিতীয়বাৰ প্ৰতিষ্ঠিত হয়। সেই সময়তে ডিব্ৰুগড়ত "বেৰী হোৱাইট মেডিকেল স্কুল" নামে ডাক্তৰী



মহাৰাজ ভাৰতেশ্বৰ সপ্তম এডোৱাৰ্ড।

এটিও বিদ্যালয় স্থাপিত হয়। গুৱাহাটীৰ কলেজটিৰ নাম কটন চাহাবৰ নামেই "কটন কলেজ" হৈছে।

চাৰ হেন্‌ৰী কটনৰ পাচত, ১৯০২ খ্ৰীষ্টাব্দত অনৰেবল মিঃ ফুলাৰ চাহাব (পাচত চাৰ বেম্‌ফিল্ড ফুলাৰ) অসমৰ চীফ কমিচনাৰ হয়হি। এই জনা বৰ উদাৰচিতীয়া আৰু প্ৰজাবন্ধু

শাসনকৰ্ত্তা আছিল। ফুলাৰ চাহাব বাহাদুৰে তেওঁৰ শাসনকালত প্ৰজাহিতকৰ কাৰ্য্য ভালেমান কৰিলে। তাৰ ভিতৰত গাওঁবুঢ়াক বঁটা দিয়াৰ নিয়ম, মৌজাদাৰী প্ৰথা আকৌ প্ৰচলন, শিক্ষা-বিভাগৰ সংস্কাৰ, অসমীয়া সাহিত্য কলিকতা বিশ্ববিদ্যালয়ত পাঠ্য কৰা, কটন কলেজটি প্ৰথম শ্ৰেণীলৈ তোলা, মাটিৰ কুৰি বছৰীয়া বন্দবস্তী, আহোম ছাত্ৰক বিনামাচুলে স্কুল-কলেজত পঢ়িবলৈ সুবিধা দিয়া, চৰ্কাৰী চাকৰীত অসমীয়াক আগ-বাছনি দিয়া এই বিলাকেই ঘাই।

মুঠি-কথা।—কৰ্ণেল কিটিং অসমৰ প্ৰথম চীফ্ কমিচনাৰ। চাৰ বেম্‌ফিল্ড ফুলাৰ এই ছোৱা শাসনৰ শেহৰ চীফ্ কমিচনাৰ। ১৮৯৭ খ্ৰীষ্টাব্দৰ ১২ জুনত এটা বৰ ডাঙৰ ভুঁই-কঁপৰ উৎপাত হৈছিল। ১৮৯০ চনত মণিপুৰত এটা বিষম বিদ্ৰোহ হয়। সেই বিদ্ৰোহ দমাবলৈ যাওঁতেই চীফ্ কমিচনাৰ মিঃ কুইণ্টন কটা যায়। ১৮৯৯ খ্ৰীষ্টাব্দত ভাৰতবৰ্ষৰ গৱৰ্ণৰ জেনেৰেল লৰ্ড কৰ্জ্জন অসম-ভ্ৰমণলৈ আহিছিল। ১৯০০ খ্ৰীষ্টাব্দত ভাৰত-বৰ্ষৰ সম্ৰাজ্ঞী ইংলণ্ডৰ পটেশ্বৰী মহাৰাণী ভিক্টোৰীয়া স্বৰ্গী হয়। মহাৰাণী ভিক্টোৰীয়াই ৬০ তিনি কুৰি বছৰ ৰাজপাট খাইছিল। তেওঁক উনৈচ্ আৰু কুৰি এই দুটা শতিকাৰ মহাৰাণী বুলিব পাৰি। মহাৰাণী ভিক্টোৰীয়াৰ সমান প্ৰখ্যাতী আৰু পূজনীয়া পটেশ্বৰী পৃথিবীত আজিলৈকে কেৰে হব পৰা নাই। হোজা অশিক্ষিত গাৱঁলীয়া ভাৰতীয় প্ৰজাই আজিকোপতি বৃটিচ্ শাসন-কাল মহাৰাণী ভিক্টোৰীয়াৰ দিন বুলি বিশ্বাস কৰে। টানৰ সময়ত সেইবিলাক প্ৰজাই আজিও "মহাৰাণীৰ দোহাই" দিয়ে।

# ৩। পাঠ।

---

## লেফ্‌টেনেণ্ট গৱৰ্ণৰৰ গৱৰ্ণমেণ্ট।

অনৰেবল মিঃ জে, বি, ফুলাৰ চীফ্ কমিচনাৰ হৈ থাকোতেই পূৰ্ব্ববঙ্গৰ কেইটামান কমিচনাৰী বিভাগ আৰু কেইখনমান জিলা অসমৰ লগত চামিল কৰি, "পূৰ্ব্ববঙ্গ আৰু অসম" নামে এখন নতুন প্ৰদেশ গঠন কৰা হয়। ১৯০৫ খ্ৰীষ্টাব্দৰ ১৬ অক্টোবৰৰ-পৰা অসমৰ চীফ্ কমিচনাৰৰ পদ উঠাই দি, নতুন প্ৰদেশৰ নিমিত্তে লেফ্‌টেনেণ্ট গৱৰ্ণৰৰ পদ সৃষ্টি কৰা হয়। মিঃ ফুলাৰ চাহাবেই সেই নতুন প্ৰদেশৰ প্ৰথম লেফ্‌টেনেণ্ট গৱৰ্ণৰ। তাৰ পাচত তেওঁ কে, চি, এচ, আই, খিতাপ পায়; আৰু তেতিয়াৰ-পৰা তেওঁক চাৰ বেম্‌ফিল্ড ফুলাৰ নামে জনা যায়। কিন্তু, এই পদত তেওঁ এবছৰমান থাকিয়েই ইস্তফা দি যাব লগাত পৰে।

চাৰ বেম্‌ফিল্ড ফুলাৰৰ পাচত, অনৰেবল মিঃ এল, হেয়াৰ (পাচত চাৰ লেঞ্চলেট্ হেয়াৰ) ১৯০৬ খ্ৰীষ্টাব্দৰ ১৯ আগষ্টৰপৰা পূৰ্ব্ববঙ্গ আৰু অসম প্ৰদেশৰ লেফ্‌টেনেণ্ট গৱৰ্ণৰ হয়। তেওঁৰ আমোলত বঙ্গদেশৰ "স্বদেশী আন্দোলন" আৰু ৰাজদ্ৰোহী এ দলৰ উৎপাতত এই দেশতো শান্তি নোহোৱা হৈছিল। তেওঁৰ দিনতে বঙ্গিয়াৰপৰা টংলালৈকে ৰেলওৱে লাইন বঢ়োৱা হয়, আৰু গুৱাহাটীৰ পাণ্ডুঘাটৰ ওচৰৰ আমিনগাওঁ ষ্টেচনৰপৰা বাজে বাজে কলিকতালৈ চমু ৰেল-বাট যুগুত হৈ উঠে।

চাৰ লেন্সলট্‌ হেয়াৰ চাহাব পেঞ্চনত যোৱাত, ১৯১১ খ্ৰীষ্টাব্দৰ ২৩ আগষ্টত চাৰ চাৰ্লচ্‌ ষ্টুৱাৰ্ট বেলী "পূৰ্ব্ববঙ্গ আৰু অসম"ৰ লেফ্‌টেনেণ্ট গৱৰ্ণৰ হৈ আহে। ইয়াৰ আগেয়েও ১৯০৮ খ্ৰীষ্টাব্দত তেওঁ তিনি মাহৰ নিমিত্তে এই পদত অস্থায়ী ভাৱে আছিলহি, আৰু সেই ছেগতে এই পুথিৰ লেখকক সাহিত্যিক পেঞ্চন দি অসমীয়া সাহিত্যৰ গৌৰৱ বঢ়ায়। পাচৰ বাৰত তেওঁ নিগাজীকৈ লেফ্‌টেনেণ্ট গৱৰ্ণৰ হৈ অহা চাৰি মাহমান হওঁতেই, ১৯১১ খ্ৰীষ্টাব্দৰ ১২ ডিচেম্বৰত দিল্লীত সম্ৰাট পঞ্চম জৰ্জ্জৰ



সম্ৰাট পঞ্চম জৰ্জ্জ।

অভিষেক দৰবাৰ হয়। ভাৰতবৰ্ষত বৃটিচ্‌-ৰাজৰ অভিষেক এয়ে প্ৰথম। সেই প্ৰসঙ্গতে, সম্ৰাটৰ আজ্ঞা অনুসৰি কলিকতাৰপৰা ৰাজধানী দিল্লীলৈ তুলি নিয়া হয়; পূৰ্ব্ববঙ্গক আকৌ বঙ্গদেশৰ

লগ লগাই তাত এজন গৱৰ্ণৰ দিয়া হয়; অসমক আকৌ সুঁকীয়া কৰি চীফ্ কমিচনাৰৰ শাসনৰ তলত থোৱা হয়; বিহাৰ আৰু উৰিষ্যা নামে এখন নতুন প্ৰদেশ গঠন কৰি তাত নতুনকৈ এজন লেফ্‌টেনেণ্ট গৱৰ্ণৰ পতা হয়।

মুঠ্ কথা।—"পূৰ্ব্ববঙ্গ আৰু অসম" প্ৰদেশ ছবছৰ মাথোন টিকিছিল। ইয়াৰ ভিতৰত তিনি জন লেফ্‌টেনেণ্ট গৱৰ্ণৰ হয়; তাৰে এজনেহে পূৰাকৈ পাঁচ বছৰী বিষয়-বাব ভোগ কৰিবলৈ পায়। শেহৰ জন চাৰ চাৰ্লচ্ ষ্টুৱাৰ্ট বেইলী চাহাব মুঠেই পাঁচ মাহ মান হে এই নতুন প্ৰদেশৰ শাসনকৰ্ত্তা আছিল। তাৰ ভিতৰতে তেওঁ ভালেমান দেশহিতকৰ অনুষ্ঠানত হাত দিছিল, আৰু দেশী সাহিত্যৰ উন্নতিবিধায়ক কাৰ্য্য কৰিছিল। তাৰ ফলস্বৰূপ অসমীয়া সাহিত্যৰ হিতাৰ্থে এই পুথিৰ লেখকক এটি বিশেষ সাহিত্যিক পেঞ্চন ("Special Literary Pension") দিয়াটোও এটা লেখৰ কথা।

---

## ৪। পাঠ।

## কাউন্সিলৰে সৈতে চীফ্ কমিচনাৰৰ গৱৰ্ণমেণ্ট।

পূৰ্ব্ববঙ্গৰপৰা বিলগ হৈ অসম আকৌ আগৰ দৰে সুকীয়া প্ৰদেশ হল। অসমত আকৌ চীফ কমিচনাৰৰ শাসন চলিল। কিন্তু, এইবাৰ চীফ্ কমিচনাৰৰ লগত এখন লেজিচ্‌লেটীভ

কাউন্সিল বা আইনকাৰী মন্ত্ৰী-মেল দিয়া হল। এই কাউন্সিলত ১১ জন প্ৰজাই বাছি দিয়া আৰু ১৩ জন গৱৰ্ণমেণ্টৰ বাছনি মতে হোৱা "অনবেবল মেম্বৰ" ৰাজকাৰ্য্যৰ আলোচনাত যোগ থকাৰ নিয়ম হল। চীফ্ কমিচনাৰ চাহাব সেই কাউন্সিলৰ প্ৰেচিডেণ্ট বা মন্ত্ৰী-সভাৰ সভাপতি মনোনীত হল। অনবেবল চাৰ আৰ্চডেল আৰ্ল চাহাব ১৯১২ খ্ৰীষ্টাব্দত ১ এপ্ৰিলৰপৰা এই নতুন গৱৰ্ণমেণ্টৰ পোন্-প্ৰথম চীফ্ কমিচনাৰ হয়।

অনবেবল চাৰ আৰ্চডেল আৰ্ল চাহাবে প্ৰজাৰ উপকাৰৰ নিমিত্তে ভালেমান মহৎ কাৰ্য্য কৰিছিল। তাৰ ভিতৰত, গাৱঁলীয়া স্বাস্থ্যৰ উন্নতি বিধান, গাৱঁলীয়া মেল বা পঞ্চায়ত স্থাপন, ৰেল আৰু বাট-ঘাটৰ উন্নতি বিধান, নগৰে-গাওঁৱে বিশুদ্ধ খোৱাপানী যোগানৰ দিহাকৰণ, অসমৰ পুৰণি তথ্য উদ্ধাৰত উৎসাহ দান, আহোম সম্প্ৰদায়ৰ উন্নতিলৈ বিশেষ সুবিধা দান, অসমত আইন-কলেজ স্থাপন, শ্বিলঙ্গত ইণ্ডিয়ান আলহী আশ্ৰম স্থাপন, পেষ্টিয়ৰ ইন্‌ষ্টিটিউট্ বা বলিয়া জন্তুৱে কামোৰাৰপৰা হোৱা ৰোগৰ চিকিৎসা-লয় স্থাপন, অসম লোকাল চেল্‌ফ গৱৰ্ণমেণ্ট আইন প্ৰচলন এইবিলাকেই ধাই। ইয়াত বাজেও আৰু ভালেমান বিষয়ত অসমৰ উন্নতি সাধিবলৈ চাৰ আৰ্চডেলৰ সংকল্প আছিল। পিচে, তেওঁৰ শাসনৰ মাজকণতে ইউৰোপত মহাৰণ লাগি উঠে। সেই হেতুকে ৰাজ-ভঁড়ালত ধন-বস্তুৰ নাটনি পৰাত সেই সংকল্প মতে তেওঁ কাৰ্য্য কৰি উঠিবগৈ নোৱাৰিলে। তথাপি, পাৰ্য্যমানে প্ৰজাৰ উপকাৰ কৰিবলৈ তেওঁ যত্নৰ ত্ৰুটী কৰা নাছিল। চাৰ

আৰ্চেৰ্ডেল আৰ্ল এজন প্ৰজাৰঞ্জক শাসনকৰ্ত্তা আছিল। তেওঁৰ শাসনৰ কাল উকলি যোৱাৰ পাচতো তেওঁক আৰু এবছৰৰ সময় বঢ়াই দিয়া হৈছিল। তাৰ পাচত, ১৯১৮ চনৰ ৩১ মাৰ্চ্চলৈকে পূৰা ছবছৰ তেওঁ অসম শাসন কৰি, অসমত অতগন সুনাম থৈ, ইয়াৰপৰা পেন্‌চনত মেলানি লৈ ঘৰলৈ গলগৈ। চাৰ আৰ্চডেল আৰ্ল এজন অমায়িক ভদ্ৰলোক শাসনকৰ্ত্তা আছিল।

চাৰ আৰ্চডেল আৰ্ল যোৱাত, অনৰেবল মিঃ এন, ডি, বিট্‌চন বেল অসমৰ চীফ্ কমিচনাৰ হয়। তেওঁ ইয়াৰ আগেয়েও অসমৰ এজন সুদক্ষ ৰাজকৰ্ম্মচাৰী আছিল। তেতিয়া তেওঁ অসম গৱৰ্ণমেণ্টৰ মাটিবিভাগৰ ডিৰেক্টৰ আছিল। তাৰ পাচত, তেওঁ পূৰ্ব্ববঙ্গ আৰু অসম গৱৰ্ণমেণ্টৰ চীফ্ চেক্ৰেটাৰী হৈছিল। তেওঁৰ চীফ কমিচনাৰীৰ কাল পূৰা হবলৈ নৌ পাওঁতেই অসমৰ চীফ কমিচনাৰৰ ঠাইত গৱৰ্ণৰ হোৱাৰ নিয়ম প্ৰচলিত হয়।

মুঠ্-কথা।—১৯১২ খ্ৰীষ্টাব্দৰ ১ এপ্ৰিলৰপৰা অসমত দ্বিতীয়বাৰ চীফ্ কমিচনাৰৰ শাসন প্ৰচলিত হয়। ১৯১৩ খ্ৰীষ্টাব্দৰ ২ জানুৱাৰীত পোন্-প্ৰথম অসম-কাউন্সিল গঠিত হয়। এই কাউন্সিল বৰ মানী আৰু কাজুৱা আছিল। চাৰ আৰ্চডেল আৰ্ল এই নতুন গৱৰ্ণমেণ্টৰ প্ৰথম চীফ্ কমিচনাৰ। অনৰেবল মিঃ বিট্‌চন্ বেল অসমৰ শেহ চীফ কমিচনাৰ।

# ৫। পাঠ।

—:•:—

## গবৰ্ণৰৰ গবৰ্ণমেণ্ট।

খ্ৰীঃ ১৯২১ চনৰপৰা ভাৰতবৰ্ষৰ শাসনপ্ৰণালী ভালেমান লৰচৰ কৰা হয়। সেই মতে ভাৰতবৰ্ষৰ ডাঙৰ আৰু লাগতিয়াল প্ৰদেশ আটাইবিলাকতে গবৰ্ণৰ-শাসনকৰ্ত্তা হোৱাৰ নিয়ম চলে। পোনতে মান্দ্ৰাজ আৰু বোম্বাই প্ৰেচিডেন্সীত মাথোন দুজন গবৰ্ণৰ দিয়াৰ নিয়ম চলিছিল; তাৰ পাচত বোম্বাই, মান্দ্ৰাজ আৰু বাঙ্গালা এই তিনি প্ৰেচিডেন্সী প্ৰদেশৰ শাসনকৰ্ত্তা তিনিজন গবৰ্ণৰ আছিল; নতুন নিয়ম অনুসৰি পঞ্জাব, যুক্তপ্ৰদেশ, মধ্যপ্ৰদেশ বিহাৰ-উৰিষ্যা আৰু অসম এই চাৰিখন প্ৰদেশৰ শাসনকৰ্ত্তা চাৰিজনো গবৰ্ণৰ হল। সেই অনুক্ৰমে অসমৰ আগৰ শাসনকৰ্ত্তা চীফ কমিচনাৰৰ ঠাইত এতিয়া গবৰ্ণৰ হোৱাৰ নিয়ম চলিছে।

শাসনকৰ্ত্তাৰ খিতাপ সলনিৰ লগে লগে কাউন্সিল বা ৰাজসভাৰ গঠনতো অলপ সালসলনি ঘটিল। আগৰ লেজিচ্লেটীভ কাউন্সিল বা ব্যৱস্থাপক সভাৰ, সদস্যৰ সংখ্যা ২৫ জনৰ ঠাইত এতিয়া ৫৩ জন হল; আৰু গবৰ্ণৰক সভাপতি পাতি দুজন সদস্যৰে সৈতে একজিকিউটীভ্ কাউন্সিল নামে এখন ওপৰৰি ৰাজসভা গঠন কৰা হল। তাৰ উপৰি, দুজন মন্ত্ৰীৰ বিষয়-বাব নতুনকৈ সৃষ্টি কৰা হল। এই মন্ত্ৰী দুজন লেজিচ্লেটীভ্ কাউন্সিললৈ প্ৰজাই বাছি পঠিওৱা সদস্যৰপৰা বাছি লোৱা হয়।

চাৰ উইলিয়াম চিনক্লেয়াৰ মাৰিচ্ অসমৰ গোন-প্ৰথম গৱৰ্ণৰ নিযুক্ত হয়। কিন্তু, এই বিষয়-বাব পোৱাৰ সময়তে চাৰ উইলিয়াম মাৰিচ্ তিনি মাহৰ ছুটীত বিলাতলৈ যায়। সেই কাৰণে, তেওঁৰ অনুপস্থিতিৰ কালত সেই সময়ৰ শাসনকৰ্ত্তা চাৰ নিকলাচ বিট্‌চন্ বেল চীফ্ কমিচনাৰ চাহাবেই খ্ৰীঃ ১৯২১ চনৰ ৩ জানুৱাৰীৰ পৰা ২ মাৰ্চ্চলৈকে অস্থায়ী ভাৱে অসমৰ গৱৰ্ণৰৰ গাদীত বহিছিল।

চাৰ উইলিয়াম মাৰিচ যুক্তপ্ৰদেশৰ গৱৰ্ণৰ হৈ যোৱাত, ১৯২২ খ্ৰীষ্টাব্দৰ ১০ অক্টোবৰ তাৰিখে চাৰ জন [illegible] অসমৰ গৱৰ্ণৰৰ গাদীত বহেহি। তেওঁৰ পাঁচ বছৰীয়া শাসন-ভোগ উকলি যোৱাত, অসমৰ গৱৰ্ণৰী পাটত খ্ৰীঃ ১৯২৭ চনৰ ২৮ [illegible]ৰ পৰা চাৰ লৌৰী হেমণ্ড বহিছেহি।

মুঠি-কথা।—এতিয়া শাসনৰ শুৰিত দুজন মন্ত্ৰী [illegible] দুজন এক্‌জিকিউটিভ মেম্বৰ বাঢ়িল। গৱৰ্ণৰৰ দৰ্ম্মহা মাহে ৫৫০০ পাঁচ-হাজাৰ-পাঁচ-শ টকা। এক্‌জিকিউটিভ কাউন্সিলৰ মেম্ব[illegible] দুজন আৰু মন্ত্ৰী দুজনৰ প্ৰত্যেকে মাহে ৩৫০০৲ তিনি-হাজা[illegible] পাঁচ-শ টকাকৈ দৰ্ম্মহা পায়।

